প্ৰকাশ :—

মঃ ছাহাৰবানু
কবিতা-কুটীৰ, পকোৱা

ছপা :—(১) মঃ বুলবন ছাহ
ইভা প্ৰিন্টিং ওৱাৰ্ক্‌চ্‌, ডিব্ৰুগড়

(২) ভট্টাচাৰ্য্য প্ৰেছ, ডিব্ৰুগড়

প্ৰচ্ছদ পট :—
কেশৱ চন্দ্ৰ দাস, বগুৰিহাটী—নলবাৰী

প্ৰথম অংশ প্ৰথম ছপা—২৬। ৯। ৫১

দাম প্ৰতি অংশ ১৲

"সমাজ-সংঘাত-সংগ্ৰাম" উপন্যাস খনিত ২য় মহাযুদ্ধৰ ঠিক প্ৰথম অৱস্থাৰপৰা ভাৰতে স্বাধীনতা লাভ কৰাৰ পিচলৈকে হোৱা সমাজ আলোৰণৰ চিত্ৰ দাঙি ধৰিব বিচৰা হৈছে। লিখোঁতে ২ গ্ৰন্থখনি ডাঙৰ হৈ গ'ল। কিন্তু আমাৰ পঢ়ুৱৈ সমাজৰ আৰ্থিক সমস্যালৈ লক্ষ্য ৰাখি এটকীয়া অংশত প্ৰকাশ কৰিবলৈ লোৱা হৈছে। গতিকে এই প্ৰথম অংশটো মূল উপন্যাস খনিৰ পাতনি যেন হে হৈছে। বাকীবোৰ অংশ প্ৰকাশৰ বিষয় সহৃদয় পাঠক-পাঠিকা সকলৰ অভিৰুচিৰ ওপৰত নিৰ্ভৰ কৰিছে।

ইয়াত অঙ্কিত কোনো চৰিত্ৰৰ মুখেদি লিখকে নিজৰ কোনো মতামত প্ৰকাশ কৰিব বিচৰা নাই। তাৰ কোনো কথাকেই যেন লিখকৰ নিজা মত বুলি বিবেচনা কৰা নহয় তাৰ বাবে পঢ়ুৱৈ সকলক অনুৰোধ কৰা হ'ল।

বিনয়াবনত—

জমিৰুদ্দিন আহমদ

ডিব্ৰুগড়

২৫।৯।৫১

—— ( ১ ) ——

স্থপৰিয়া—

পুৰণীকলীয়া পুখুৰীটোৰ পাৰতে আনোৱাৰে গুণ্‌গুণকৈ
ান এটা গাই, বহল কাঠৰ পাট এচটাত চাবোন সনা কাপোৰ
খন খচি আছে। ওচৰতে বাল্টি এটাত আৰু কেইবাখনো কাপোৰ
াবোন সানি ভিজাই ৰখা হৈছে।

ঘৰৰ পৰা তেওঁৰ ঘৈণীয়েক ছফিয়া ওলাই আহি ওচৰতে
ায় দিলে।— "আপুনি উঠক।"

আনোৱাৰৰ গীত চলি থাকিল। কথাষাৰ নুশুনাৰ দৰে
াগৰ দৰেই কাপোৰো খচি থাকিল।

"যাওক আপুনি।" ছফিয়াৰ মাতষাৰত আদেশ সূচক
সুৰোধৰ সুৰ।

"কেলেই ?" আনোৱাৰেও তল্‌তল্‌কৈ ছফিয়াৰ চকুৰ
ানে চালে।

"যেন তিৰোতা নাইহে!" ছফিয়ায়ো উত্তৰ কৰিলে।
"মানে ?"………
'উঠক। মই সোনকালে ধুই যাওঁ।'

"যোৱা—তোমাৰ নিজৰ কাম কৰাগৈ।"

"তেনেহলে এই কাৰ কাম ?"

"তোমাৰ ?......... কোনে কলে ?" আনোৱাৰে আকৌ থেকেচিব ধৰিলে।

"ছফিয়াই ওচৰতে বহি থচি থকা কাপোৰ খন আনোৱাৰৰ হাতৰ পৰা এইবাৰ কাঢ়ি লব খুজিলে।—"চাওকচোন—বেলা হব। বেলেগ কামো আছে। আয়ে বকিব নহয়।"

"যোৱা যোৱা। মোৰ কাপোৰ মই ধুই লম। মোৰ লগত এইখন বককিবা আহি। তোমাৰ যি কাম আছে কৰাগৈ।" ছফিয়াৰ হাতদুখন কাষৰাই আনোৱাৰে পুনৰ কাপোৰখন থেকেচিব ধৰিলে।

"চিঃ, কেনে লাগে! আপোনাৰ কাপোৰ দুখনো যদি আপুনি নিজেই ধুই লব লাগিল, তেনেহলেনো আমি আছোঁ কিয় ?" বেজাৰৰ ম্লানিমাৰ ৰেখা এটা তেওঁৰ মুখত ফুটি উঠিল।

"তুমি থাকিলা বুলিয়েনো মোৰ কাপোৰ দুখনো মই নিজে ধুই লব নালাগিলনে ? এজন দেশ সেৱকে নিজৰ য'ত কিছু কাম নিজেই কৰিব পৰা হব লাগে।......"

আনোৱাৰৰ কথা শেষ হব নৌপাওঁতেই চোতালৰ পৰা মাকে মাতা শুনিলে।— "অ' বোপা......" ছফিয়াৰ ফালে কথা কব এৰি তেওঁ মূৰ থিয় কৰি মাত দিলে।— "কি মাই ?"

"চাওঁ এই পিনে আহচোন।" চোতালৰ পৰা মাকৰ মাত আহিল।

"গৈছোঁ" বুলি কাপোৰখন পাট চটাত এৰি হাত দুখন লুঙিখনত মচি আনোৱাৰ চোতালৰ ফালে গ'ল। ছফিয়াই কাপোৰখন

খচি ভালদৰে আঁটাই বুৰাই চেপি জোকাৰি মেলি দি আন এখন খচিব ধৰিলে।

আনোৱাৰ পুনৰ ফিৰি আহিল। মানুহ জনৰ মুখখন বৰ গম্ভীৰ। এই গাম্ভীৰ্য্যলৈ চাই মানুহজনক বৰ চিন্তাযুক্ত যেন দেখা গ'ল। তেওঁ ছফিয়াক পিচফালৰ পৰা মাতিলে—"ছফি!"

"কি কয়?" ছফিয়াই ঘূৰি চালে।

"চিঃ তুমিতো এনেজনী বুলি মই ভবা নাছিলোঁ।।"

"কি হ'ল?" আনোৱাৰৰ কথাবাৰৰ লগত গম্ভীৰ চেহেৰাটো মিলি যোৱা দেখি ছফিয়াৰো সন্দেহ হ'ল।

"কি হ'ল? আৰু সুধিছাই? চোৱাগৈচোন কি হ'ল। মাজানে আজি ভাল শিক্ষা দিব যোৱাচোন।"

"কওকচোন কি হৈছে।" দোষীৰ কাকণ্য চফিয়াৰ মাত-ষাৰত ফুটি উঠে।

"আৰু কওঁকচোন!— উঠিব নোৱাৰানেকি?" দাবি দিয়াৰ সুৰত আনোৱাৰে কৈ উঠিল। আনোৱাৰৰ মুখত খং উঠাৰ বঙা বং। হাতৰ পৰা কাপোৰখন পাটচটাৰ ওপৰতে এৰি সন্দিগ্ধ মনেৰে দোষী প্ৰাণী এটাৰ দৰে ছফিয়া উঠি গ'ল। তেওঁ উঠি যোৱাৰ পিনে চাই থাকোঁতে থাকোঁতে এটা হাঁহিৰ ঝিৰিঙনিয়ে আনোৱাৰৰ চকু-মুখ উজ্জল কৰি তুলিলে। লংগলগে তেওঁ পাটচটাত আধাধুৱা হৈ থকা কাপোৰখন বাল্টিটোত ভৰাই থৈ, তাৰ পৰা বেলেগ কাপোৰ এখন উলিয়াই পুনৰ খচিব ধৰিলে।

* * *

ছফিয়া ভয়ে ভয়ে গৈ শাহুৱেকৰ ওচৰ পালে! শাহুৱেকে পুতুলক কোলাতলৈ এবাৰী গীত গাই আছে—"আমাৰ বাপু সৰু,

দলত চাৰে গৰু, কাৰ্শলা সাপৰে লৰুৱে।” ছফিয়া ওচৰ পালত শাহুৱেকে সুধিলে —“গাইজনীক পানী দিছিলি ?”

“দিছিলোঁ।”

“কাপোৰ ধোৱা হ'লনে নাই ?”

“নাই হোৱা—আছে দুখন মান।”

“যা ধোৱগৈ। পুতুলৰ গাখীৰখিনিও পগাব আছে নহয়।”

“পগাইছোঁ আই। সেই বাবেই মাতিছিলা নেকি ?”

“ক'ত ?—মই মতা নাই।”

“মই দেখোন মতা যেন পালোঁ।”

“নাইমতা যা সোনকালে ধোৱগৈ।”

শাহুৱেকৰ উত্তৰত ছফিয়াৰ সন্দেহ দূৰ হ'ল। তেওঁ গৈ পুনৰ আনোৱাৰৰ ওচৰ পালে।— “এনে আৰু মানুহ ;—ভাল ভয় দেখুৱাব পাৰে!” কোৱাৰ লগেলগে তেনেই সমুখ পালেগৈ।

“চি চি আপুনি কি কৰিছে ?”

“কি ?” চক খাই সাৰ পোৱাৰ দৰে আনোৱাৰে ছফিয়াৰ মুখৰ ফালে চালে।

“মোৰ কাপোৰখন আপুনি ধুব ধৰিছে কিয় ? চাওঁ এৰি দিয়ক।” আনোৱাৰে ধুব ধৰা কাপোৰখন ছফিয়াই জোৰকৈ কাঢ়িয়েই ললে।

“ও—, এইখন তোমাৰেহে কাপোৰনে ?”......

“আপুনিযে দিনেদিনে......” ছফিয়াই বেচি একো নকলে।

“বাৰু ছফিয়া মোৰ কাপোৰখন তুমি ধুৱা-যি মই তোমাৰ কাপোৰ এখন ধুৱাও সেই একেই কথা নহয় জানো ?”

প্ৰশ্ন বিজড়িত দৃষ্টিৰে আনোৱাৰে তেওঁৰ কৰ্মপৰায়ণা সাদৰী মৈণীয়েকৰ ফালে চালে।

"যাওক যাওক। সেই মেৰপাক খোৱা কথাবোৰ আমি বুজিও নাপাওঁ চুজিও নাপাওঁ।"

আনোৱাৰে থিয়হৈ ডুখোজমান আঁতৰলৈ গৈ ছফিয়াৰ ফালে চালে।— "এই দাস্য পৰাধীন মনৰ ভাবটো তোমালোকৰ মনৰ পৰা এতিয়ালৈকে নাতৰিলে। যুগে যুগে তোমালোকে স্বীকাৰ কৰিয়েই থাকিবনে যে তোমালোক পুৰুষৰ দাসী। পুৰুষৰ পৰিচৰ্য্যাৰ কাৰণেহে তোমালোকৰ সৃষ্টি? তোমালোকক লৈ আমি উধাম কেনেকৈ? ভাৰতকেই বা স্বাধীন কৰিম কেনেকৈ?"

ছফিয়াই কাপোৰখন থেকেচি থেকেচিয়েই তলমূৰকৈ কৈ যাব ধৰিলে— "আপোনালোকে পঢ়িছে অনেক শিকিছে অনেক। দেশৰ কাৰণেও অনেক কাম কৰিছে; চিন্তাও কৰিছে অনেক; কিন্তু এইটো হলে ভালদৰে বুজি পাওঁ যে নিজৰ স্বামী আৰু পৰিয়ালৰ সেৱাতে তিৰোতা সকলে আত্ম-তৃপ্তি লাভকৰে।" অলপ পৰ বৈ লাহেলাহে আকৌ তেওঁ সেই কথাৰেই জেৰ টানিলে— "এইটোও সঁচা যে নিজৰ স্বামী আৰু পৰিয়ালৰ জৰীয়তে নাৰী জাতিয়ে চিৰকালে সমাজ দেশ আৰু জগতৰেই সেৱা কৰি আহিছে। নিজক দাসী বুলি নহয় সেৱিকা বুলিয়েই নাৰীয়ে গৌৰৱ অনুভৱ কৰে। তৃপ্তিয়ো তাতেই। বোধ হয় স্বামী আৰু পৰিয়াল বাদ দিলে তেওঁলোকৰ কৰণে সমাজ দেশ বা জগতৰ একো মূল্যই নাথাকিব।......"

তাৰ গদ্‌গদ্ স্বৰেৰে ছুফিয়াই সাধাৰণ ভাবেই কথাখিনি কৈ গ'ল। আনোৱাৰে তেওঁৰ মুখৰ পিনে ৰ লাগি চাই থাকিল।

"ছুফি!"

তেওঁ কাপোৰ খচিয়েই থাকিল। আনোৱাৰৰ মনত চিৰ পৰিচিত সংজ্ঞা এটাই হঠাত নতুন ৰূপে ধৰা দিয়া দিলে।— "সঁচা-এই বিশাল নাৰী জাতিটোৱে পুৰুষ পৰিয়ালৰ জৰীয়তে চিৰদিনে সমাজ দেশ আৰু জগতৰেই সেৱা কৰি আহিছে। মানৱ সভ্যতাৰ প্ৰতি খোজে-খোজে ফুটি উঠিছে এফালে যেনেকৈ পুৰুষৰ বৈপ্লৱিক শক্তিৰ জলন্তৰূপ, তাৰ লগেলগেই ফুটি উঠিছে নাৰীৰ প্ৰাণ—নাৰীৰ হৃদয়।......"

ভাবি ভাবি আনোৱাৰে এখোজ দুখোজকৈ পুখুৰীটোৰ পাৰত পদচাৰণ কৰিব ধৰিলে।



—❀( ২ )❀—

ভাটিবেলা। আনোৱাৰে চোতালতে চেয়াৰখনত বহি টেবুল-খনত বহী-পত্ৰ ৰাখি এখন বহীত কিবা-কিবি লিখি আছে। কাষত পুতুলক লৈ ছফিয়াই চুপি চুপি পিচফালৰ পৰা ওচৰ চাপি পিচমূৰৰ চুলিখিনি ধীৰে ধীৰে পিছি দিয়ে। আনোৱাৰে বাওঁহাতখন পিচ মূৰলৈ তুলি খজুৱাব খোজোঁতেই ছফিয়াৰ হাতত লাগিল। তেওঁ ঘূৰি চালে। ছফিয়াই মিহিকৈ এটি হাঁহি মাৰিলে। আনোৱাৰে নিজৰ হাঁহিটো দাঁতেৰে চিপি ধৰি, বাওঁখন হাতৰ আঙুলিৰে ছফিয়াৰ নাকটোত ধৰি জোকাৰি দিলে।— "হৈছে এতিয়া ?"

"ও বাপ গুৰু শাস্তি।" ছফিয়াই এৰাই কলে।

"এৰা ৰবা অলপ সময় মোক ক্ষান্ত দিয়া।"

"অপৰাধ কৰিলোঁ। ?"

"অমাৰ্জনীয়।"

"শাস্তি ?"

"গুৰুতৰ।— একাপ চাহ।"

"তাৰ পিচত ?..." এটি কৌতুক পূৰ্ণ মধুৰ লগা চাহনিৰে

ছফিয়াই আনোৱাৰৰ মুখলৈ চাই ৰ'ল।

"তাৰ পিচত ?" আনোৱাৰে নিজৰ ওঠ দুটা সঙ্কুচিত কৰি এটি চুম্বনৰ ইঙ্গিত কৰিলে।

"উঁ" বুলি কৈ ছফিয়াই তৎক্ষণাত দুখোজ আঁতৰি পৰিলে। শেহত লাহে লাহে আঁতৰি ঘৰৰ ভিতৰলৈ সোমাই গ'ল। আনোৱাৰে পুনৰ নিজক লিখাত নিয়োগ কৰিলে ।

"তেওঁৰ কাম লিখা। লিখনীৰ মাজেদিয়েই ফুটাই তুলিব লাগিব পৰাধীন ভাৰতবাসীৰ যন্ত্ৰনা-পীড়িত প্ৰাণৰ দাবী, জগাই তুলিব লাগিব সুপ্ত-চেতনা, ফিৰাই আনিব লাগিব লুপ্ত-শক্তি, উদ্ধাৰ কৰিব লাগিব অপহৃত ঐশ্বৰ্য্য। প্ৰতিজন কৃষক, প্ৰতিজন মজুৰ, প্ৰতিজন কেৰানি, সৈনিক, ছাত্ৰ,—সকলোকে জনাব লাগিব ভাৰত-প্ৰাণৰ মৰ্ম্ম-বেদনা, আহ্বান কৰিব লাগিব ভাৰতাত্মাৰৰ ৰণসজ্জালৈ। তেওঁ কলম চলায়—লিখি যায়।

* * * * * *

লিখি লিখি তেওঁ লিখা খিনি শেষ কৰিলে। এবাৰ পঢ়ি চালে। য'ত অলপ ত্ৰুতি-নতি আছিল ঠিকঠাক কৰি দিলে। এনেতে ঘৰৰ ভিতৰৰ পৰা ছফিয়াই সুধিলে— "সুদা চাহনে ?" লতিফে মাতিবলৈ নৌপাওঁতেই বাটঘৰৰ ফালৰ পৰা শব্দ আহিল— "লগতে চাৰিটা হাফ বইন্ডো।" আনোৱাৰে ঘূৰি চালে। ছফিয়াৰ ককায়েক ফিৰোজ আৰু তাৰিণী শৰ্ম্মা। দুয়ো হাঁহি হাঁহি আনোৱাৰৰ ওচৰ চাপিল ।

আনোৱাৰে বহীখন জপাই দুয়োৰো কাৰণে চাবি এখন আনি পাৰি দিলে। তাৰিণীয়ে টেবিল খনতে আওজি বহী খনৰ পাত লুতিয়াই কৈ যাব ধৰিলে— "আপুনি এনে লিখা লিখিব যাতে বৃটিচ জাতিৰ বিৰুদ্ধে ঘৃণা হিংসা বিদ্ৰোহ প্ৰকট হৈ উঠে। স্বাধীনতাৰ কাৰণে প্ৰাণ উধাউল হৈ উঠে।"

"ইয়াতেই তুমি ভুল কৰিছা তাৰিণী— বৃটিচ জাতিৰ কাৰণে আমাৰ ঘৃণা নাই— বিদ্ৰোহ নাই। তেওঁলোকৰ ব্যক্তিবোৰৰ বিৰুদ্ধেও আমাৰ একো অভিযোগ নাই।— কিন্তু আমাৰ বিদ্ৰোহ বৃটিচ শাসনৰ বিৰুদ্ধে, শাসনৰ নামত ভাৰত-বাসীক কৰা শোষণৰ বিৰুদ্ধে। এতিয়াৰ পৰাই আমি প্ৰতিটো নৰ-নাৰীকেই এইটোও বুজাবৰ যত্ন কৰিব লাগিব যে আমাৰ অভিযান অকল ভাৰতৰ বৃটিচ-শাসনৰ বিৰুদ্ধেই নহয় ;—আমাৰ অভিযান তাৰ ওপৰতো সমগ্ৰ দুনিয়াৰ শোষক শ্ৰেণীৰ উৎপীড়ক শ্ৰেণীৰ বিৰুদ্ধে ব্যাপ্ত। যেতিয়ালৈ দুনিয়াত এজন লোকো আন এজনৰ দ্বাৰা উৎপীড়িত হব তেতিয়ালৈকে জীয়াই থাকিব আমাৰ অভিযান— আমাৰ বিপ্লৱ।"

ইয়াৰ ভিতৰতে ফিৰোজে ভনীয়েক ছুফিয়াৰ ওচৰ পাইছেগৈ। তেওঁ এবাৰ দুৱাৰমুখলৈ আহি মাতিলে—"হেৰ তাৰণী।"

তাৰিণীয়ে মূৰ দাঙি চালত তেওঁ পিঠাৰ মোকোৰা এটা দেখুৱাই মুখত ভৰাই ঘৰৰ ভিতৰ সোমাল।

"আমাৰ আঁচনিখন হৈছেনে ককাইটি।" ফিৰোজৰ পৰা মুখ ঘূৰাই তাৰিণীয়ে আনোৱাৰক সুধিলে।

"হৈছে ববা। মই লৈ আহোঁ।"

আনোৱাৰে তেওঁৰ পঢ়া ঘৰটোৰ ভিতৰলৈ সোমাই গ'ল। তাৰিণীয়ে চাৰিখনতে বহি, বহী এখন পঢ়ি যাব ধৰিলে। আনোৱাৰে অলপ সময়ৰ পিচতে ঘৰৰ ভিতৰৰ পৰা বহী এখন হাতত লৈ ওলাই আহি তাৰিণীৰ ওচৰতে চাৰি খনত বহিল। "এইখন আঁচনি। পঢ়ি চোৱা।" আগৰ বহীখন হাতৰ পৰা এৰি এইখন বহী হাতত লৈ তাৰিণীয়ে পঢ়ি চাব ধৰিলে। এনেতে ফিৰোজে ঘৰৰ ভিতৰৰ পৰা এখন ডাঙৰ ঠালতকৈ তিনিটা কাপ, তিনিটা সিজোৰা কণী আৰু চা-দানিটোত চাহ লৈ হাজিৰ হ'লহি। আটাইখিনি দুয়োৰে সমুখত ৰাখি চাহ তিনিকাপ ভগাই দিলে, কণী তিনিটাও বাকলি পেলাই দিলে। "উঁ— খাওক মোৰ জহতে।" আনোৱাৰৰ ফালে লক্ষ কৰি কলে। তাৰ পিচতে তাৰিণীৰ ফালেও লক্ষ কৰি কলে— "হেৰ ৰাজনৈতিক, আগেয়ে আত্ম-তুষ্টি পিচত ৰাজনীতি। আগে মাৰি ল।" তিনিও চাহ খোৱাত লাগিল।

এনে সময়তে আনোৱাৰৰ মাক ৰাবিয়া কোনোবা ফালৰ পৰা চোতালৈ সোমাই আহিল।

"বোপা তাৰিণী?"

"হয় খুৰী।"

"ফিৰোজ বোপাও দেখোঁ।"

"অঁ' আই। দুয়োৰো বোলে বৰ পিয়াহ লাগিছিল। অলপ তপত জুৰণী দিছোঁ বৰ।"

ৰাবিয়াই তাৰিণীৰ ফালে চাই কলে— "বোপা তাৰিণী, আগেয়ে অৱশ্যে কোৱা নাছিলোঁ। পিচে তোৰ ভালৰ বাবেই এতিয়া

এষাৰ নকৈ নোৱাৰিছোঁ। বেজাৰ নাপাবি।”

“কোৱা খুৰী, একো বেজাৰ নাপাওঁ।”

“আমি মুছলমান, তইঁত বামুণ। আমাৰ ঘৰত এই খোৱা লোৱাবোৰ তইঁতৰ ফালৰ পৰা ঠিক নহয়। তইঁতৰ জাতি ধৰ্মৰ ভিতৰত এইবোৰ নিষিদ্ধ। এইবোৰ লৈ কোনো কোনোৱে কথাকথি কৰাখো অলপ উমঘাম পাইছোঁ।”

“খুৰী, ধৰ্মৰ লগত সম্বন্ধ আত্মা আৰু ভগবানৰ। জাতিতো দুটা—পশু আৰু মানুহ। বাকীবোৰ অৰ্থাৎ উঠাবহা খোৱালোৱা এইবোৰ হ'ল সামাজিক সংস্কাৰ। একোটা সাময়িক আৱশ্যক অনুযায়ী পূৰ্বৰ মনীষী সকলে সেইবোৰ সংস্কাৰৰ প্ৰচলন কৰিছিল। কিন্তু সেইবোৰতো চিৰকালৰ কাৰণে নহয়। সংস্কাৰবোৰ যুগে যুগে বদলিয়েই থাকিব-- বদলাবও লাগিব। ভগবানৰ চিন্তাকৰি লোকে আত্মাৰ উন্নতি সাধন কৰক তাত আমি কাকো বাধা দিব খোৱা নাই। ব্যক্তিগত সংস্কাৰ লৈও যোনে যেনেকৈ জীয়াই থাকে থাকক কিন্তু সমাজখন সেইদৰে চিৰকাল নাথাকে। আচাৰে বিচাৰে হিন্দু মুছলমান আজি এক হবলৈ গৈছে। অকল হিন্দু মুছলমান বুলি নহয় উন্নত অনুন্নত সকলো সংস্কাৰৰ মানুহে আজি এক হোৱাৰ বাটত আগুৱাব ধৰিছে। তেনেস্থলত খুৰী, কওঁতা সকলক কব দিয়া।”

“মইনো কিকম বোপাই, তইঁতে সাৱধানে চলিবি। তইঁতৰ বিৰুদ্ধে মানুহ অনেক।”

“আই চাহ খোৱাহি।”

ঘৰৰ ভিতৰৰ পৰা ছফিয়াই শাহুৱেকক মাতিলে। তেওঁ

ভিতৰলৈ সোমাই গ'ল।

"ককাইটি আঁচনিখন শেষ হৈছে যেতিয়া কালিয়েই সভাখন পতা হওক।" চাহৰ কাপটো মুখৰপৰা নমাই থৈ তাৰিণীয়ে প্ৰস্তাব কৰিলে। ইয়াৰ আগেয়ে ফিৰোজ আৰু আনোৱাৰৰো চাহ খোৱা শেষ হৈছে।

"কালিয়েই কৰিব পাৰিলে সুবিধা হয়। প্ৰচাৰ পত্ৰ দুখনো প্ৰেচত দিব লাগিল। ৰবীন আৰু নাদীৰৰ কামতো বাহিৰত সহায় কৰিব লগা হৈছে। ফিৰোজ তুমিয়ে প্ৰেচলৈ যাব লাগিব। অতি সোনকালে প্ৰচাৰ পত্ৰিকা দুখন ছপাই ৰবীন অৰু নাদীৰক সহায় কৰিব লাগিব। মিলিটাৰি পুলিচ কেৰানি আদিৰ মাজত যাতে এই দুখন পত্ৰিকা ভাল ভাবে বিতৰণ হয় তাৰেই তুমি যতন লব লাগিব। কাইলৈয়ে বাৰু সভাখন পতা হওক। তাৰিণী তুমি কিছুদিন বাহিৰলৈ যাব নালাগে। গাওঁৰ অনুষ্ঠানটোৰেই ভালদৰে তুলিবলৈ যতন লোৱা।"

"ককাইটি, উঠোঁ এতিয়া আমিয়েই সকলোকে খবৰ দিব লাগিব নহয়।"

তাৰিণী উঠিবলৈ উদ্যত হোৱা যেন দেখি ফিৰোজে কলে— "চুবুৰ চুবুৰ ভাই। ইমান লৰালৰি নহয়। পাঁচটা চুবা, শেষ হৈ যাব। মুহুৰ্দি খনতো কৰি লওঁ।" ফিৰোজ উঠি ঘৰৰ ভিতৰলৈ গৈ তামোল পাঁনৰ বটাটো আনি দুয়োৰো আগত থলে।

তিনিও তামোল পান খালে। "উঠিলোঁ। ককাইটি" বুলি তাৰিণী প্ৰথমতে উঠিল। পিচত ফিৰোজো উঠিল। দুয়ো বিদায় ললে আনোৱাৰে বহী পত্ৰবোৰ সামৰিব ধৰিলে।

## —*( ৩ )*—

গাওঁৰ প্ৰাথমিক পাঠশালাটোৰ প্ৰাঙ্গনত সভা বহিছে। লৰা ছোৱালীৰ পৰা আৰম্ভ কৰি ডেকা বুঢ়ালৈকে পুৰুষ নাৰীয়ে ঠাই ডোখৰ ভৰি পৰিছে। সময় বুজি সভাৰ কাম আৰম্ভ হ'ল। আ'নাৱাৰে কবলৈ আৰম্ভ কৰিলে— "মাননীয় ৰাইজ, আপোনালোকক কষ্ট দিবলৈ কিয় ইয়ালৈ আহ্বান কৰা হৈছে— সেই বিষয়ে আপোনালোকৰ কোনোৱে অলপ অচৰপ জানিলেও বেচি ভাগেই একো কব নোৱাৰে। আপোনালোকে জানে— আমাৰ এই বিশাল ভাৰতবৰ্ষ দেশখন শাসন কৰিছেহি সাত সাগৰৰ সিপাৰৰ এক মুঠি লোকে। বিশাল চল্লিচ কোটি নৰ-নাৰী আজি তেওঁলোকৰ ইচ্ছাৰ দাস। অনেক দিন ধৰি আমাৰ দেশ-প্ৰাণ নেতা অনেকে এই বিদেশী শাসন ওকৰাই দিবলৈ, পৰাধীনতা পাপৰ কলঙ্ক মোচন কৰিবলৈ আপ্ৰাণ যত্ন কৰি আহিছে। অনেকে নিজৰ জীৱনকো বিপন্ন কৰিলে। কিন্তু এতিয়া বুজা গৈছে যে এই শোষণকাৰী শাসক শক্তিৰ বিৰুদ্ধে যুজিবলৈ হলে ভাৰতৰ সকলো শ্ৰেণীৰ লোকৰেই সম্মিলিত চেষ্টা আৰু যত্নৰ আৱশ্যক হৈ পৰিছে। স্বৰাজ ওপৰৰ পৰা অহা বস্তু নহয়। হাজাৰ বছৰ আমি স্বৰাজ স্বৰাজকৈ মাগি থাকিলেও বৃটিচ

শাসক বৰ্গই স্বৰাজ আমাক উপহাৰ দি নাযায়। আমি স্বৰাজ তৈয়াৰ কৰি লব লাগিব সমাজৰ তলিৰ পৰাই। আমি যেতিয়া আমাৰ নিজৰ নিজৰ শাসন নিজেই কৰিব ধৰিম, সমাজ পঞ্চায়তৰ জৰীয়তে বিচাৰ-শাসন-শিক্ষা আটাইবোৰ নিজেই চলাব ধৰিম, যেতিয়াই চৰকাৰী আইন আদালত আদি অনুষ্ঠানবোৰ বেকাৰ কৰি দিব পাৰিম, তেতিয়াই আহিব আমাৰ স্বৰাজ। তেতিয়া আমাৰ স্বাধীনতাক কোনো বৃটিচ শক্তিয়ে বোধ কৰি ৰাখিবৰ ক্ষমতা নাথাকিব। তাৰ কাৰণে আমি অতি সোনকালে আমাৰ সমাজবোৰৰ অনাচাৰ উচ্ছৃঙ্খলতাবোৰ আঁতৰ কৰি নতুন দৃষ্টিভঙ্গীত সেইবোৰৰ সংগঠন আৰু প্ৰতিষ্ঠা কৰাৰ দিন আহি পৰিছে। তাৰোপৰিও পৃথিবী ব্যাপি মহাযুদ্ধ এথন আমাৰ মূৰৰ ওপৰত। বৃটিচ জাৰ্মান জাপান আদিৰ শোষণ মূলক আক্ৰোশৰ কাৰণেই এই যুদ্ধ। পৃথিবীৰ অসংখ্য নিৰীহ প্ৰাণীয়েই বিনাদোষতে এই মহাযুদ্ধত প্ৰাণ দিব লাগিব। আমি আমাৰ শক্তি অনুযায়ী এই যুদ্ধৰ বিৰোধিতা কৰিব লাগিব। বাধা দিব লাগিব।

তাৰোপৰি এই যুদ্ধৰ ফলাফল কেতিয়া কি হয় তাৰো একো ইয়ত্বা নাই। হয়তো হঠাতে অৰাজকতাও আহি পৰিব পাৰে। সেই অৰাজকতাৰ মাজতো যাতে আমাৰ গাওঁবোৰ সুশৃঙ্খল ভাবেই চলি থাকিব পাৰে তাৰ কাৰণেও আমি সাজু থাকিব লাগিব। সেই অনুপাতে •লৰা-ছোৱালী ডেকা-গাভৰু সকলে শিক্ষা লবৰো আৱশ্যক হৈছে।

এই সকলোবোৰ কাম প্ৰগতি মূলক হিচাবে চলাবৰ বাবে এখনি আঁচনি তৈয়াৰ কৰা হৈছে। গাওঁৰ সকলোৱে আমাৰ এই

কামবোৰত সহযোগিতা কৰিব এয়ে আমাৰ আশা।

সম্প্ৰতি আজিৰ সভাৰ কাৰ্য্য সমাধা কৰিবৰ বাবে আমাৰ প্ৰবীণ কৰ্মী শ্ৰীযুত মিনাৰাম দাসক সভাপতিৰ আসন গ্ৰহণ কৰিবলৈ ৰাইজৰ তৰফৰ পৰা মই অনুৰোধ জনালোঁ।"

আনোৱাৰে নিজৰ বক্তৃতা আৰু প্ৰস্তাৱ শেষ কৰি বহি পৰিল। চাৰিওফালে হাত চাপৰিৰ ৰোল উঠিল। হাত চাপৰি ওৰ পৰিলত তাৰিণী শৰ্মাই উঠি প্ৰস্তাৱটো সমৰ্থন কৰিলে। পুনৰ হাত চাপৰি। মিনাৰামে বহা ঠাইৰ পৰা বিনয়াবনত ভাবে উঠি সভাপতিৰ আসনৰ ওচৰ চাপি কবলৈ ধৰিলে— "দেৱপ্ৰতিম ৰাইজ, অন্তৰত আপোনালোকলৈ শ্ৰদ্ধা, শিৰত আপোনালোকৰ আশীৰ্বাদ আৰু কান্ধত সেৱাৰ ভাৰলৈ আপোনালোকৰ অনুগ্ৰহৰ আসন গ্ৰহণ কৰিলোঁ। আমাৰ প্ৰবীণ উৎসাহী কৰ্মী বোপা আনোৱাৰে, আজিৰ সভাৰ মহান উদ্দেশ্য আপোনালোকৰ আগত বিবৰি কলে। পিছে আপোনাসকলোৰো মতামত প্ৰকাশ কৰক। অন্তৰতে এয়ে মোৰ সানুনয় অনুৰোধ।"

সভাপতিয়ে আসন ললে। হাত চাপৰিৰ ৰোল উঠিল। হাত চাপৰিৰ ওৰ নপৰোঁতেই এজন ৪০—৪২ বছৰ বয়সীয়া চাপৰ ব্ৰাহ্মণে বন্দুকৰ গুলি এটা জোৰেৰে ওলাই যোৱাৰ দৰে থিয় দিলে।

"সভাপতি আৰু ৰাইজ," মানুহজনে আৰম্ভ কৰিলে। সভাৰ সকলোৱে তেওঁৰ মুখৰ ফালে চালে। "আমাৰ পূৰ্ববৰ্ত্তী বক্তাজনৰ এটা বিশেষ কথালৈ বোধ হয় আপোনালোকে মন নকৰাকৈ

থকা নাই। সমাজৰ উচ্ছৃঙ্খলতা অনাচাৰবোৰ আঁতৰ কৰি নতুন দৃষ্টি-ভঙ্গীত সমাজবোৰ গঠন কৰাৰ কথাকেই তেওঁ কৈছে। ইয়াৰ পৰাই বুজা গৈছে তেওঁলোকে কি আঁচনি দিব আৰু কি পদ্ধতিত কাম কৰি সূৰ্য্য ডুব নোযোৱা বৃটিচ সাম্ৰাজ্য ধ্বংস কৰি আপোনালোকক স্বৰাজৰ ডিমা হাতত দিব। প্ৰথমতে এই বক্তা সকলক আমি প্ৰশ্ন কৰোঁ সমাজত এই উচ্ছৃঙ্খলতাবোৰ কোনে প্ৰৱেশ কৰাইছে। ইয়াত অনেকখিনি বয়সীয়াল মুছলমান আছা তোমালোকেই কোৱাচোন, ইমান যুগে তোমালোকে আমাৰ লগতে ভাই ককাই হিচাপে নাই জানো? হিন্দুৰ ব্ৰাহ্মনেতৰ নীচ সম্‌প্ৰদায়বোৰো আছে কছাৰী কোচবোৰো আছে। আমি আটায়ে মিলিজুলি থকা নাই জানো?"

কেইজনমানে কৈ উঠিল—"হয় হয় বাপা হয়।"

বক্তাজনে পুনৰ কৈ গ'ল—"অথচ অত যুগে কছাৰীয়ে কছাৰী, ব্ৰাহ্মণে ব্ৰাহ্মণ, মুছলমানে মুছলমান হৈয়েতো আছে। চুৱা গজা, খোৱালোৱা কোনো দিনা বাক হৈছেনে? কিন্তু সমাজ আজি ম্লেচ্ছৰে ভৰি গৈছে। এই বক্তা জনৰ ঘৰত তেওঁৰ বন্ধু কুলাঙ্গাৰ তাৰিণী শৰ্মাই চৰ্ব্য চোষ্য লেহ্য পেয়ৰ ব্যৱহাৰ কৰা সাক্ষী অনেক আছে।

সভাৰ ভিতৰৰ পৰা এজন ডেকাই বভাচভা পৰি থিয় হৈ উঠিল—"সভাপতি মহাশয়, এই ভদ্ৰলোকজনক মগজ ঠিকৰাখি সংযত ভাৱে কথা কবলৈ আদেশ দিব।" ডেকাজন বহি গ'ল।

পৰেশ শৰ্মাই কৈ যাব ধৰিলে—"মগজ মোৰ ঠিকেই

আছে। এই উচ্ছৃঙ্খল ডেকা সকলৰ দৰে অসংযত হোৱা নাই। সেই গতিকেই এই উচ্ছৃঙ্খলতাবোৰৰ অৱসান বিচাৰিছোঁ। ব্ৰাহ্মণ সন্তান হৈ মুছলমানৰ ঘৰত কিয় খাদ্য গ্ৰহণ কৰিব তাৰেই বিচাৰ লাগে প্ৰথমতে।"

কেইটামান চিঞৰৰ শুনা গ'ল "বিচাৰ লাগে, বিচাৰ লাগে।" বক্তাজনে চিঞৰ কেইটা শুনি আৰু বেচি উত্তেজিত হৈ তীব্ৰতৰ স্বৰেৰে সাপৰ দৰে ফোঁপ ই ফোঁপ ই কৰ ধৰিলে— "বিচাৰ লাগে। সভাপতিয়েই বিচাৰখন আগেয়ে কৰি দিয়ক, বিচাৰ নহলে এই সভা ভাঙি দিয়া হব।" বক্তাই তীব্ৰ চকু দুটা চাৰিও ফালে ঘূৰাই বহি পৰিল।

বিশাল সমাজখনৰ দূৰৰ এঠাইৰ পৰা এটা শব্দ উঠিল— "বপুৰাৰ মূৰত ভাগে ধৰিছে।"

মাজত দীঘল চোমাৰ নোহোৱা সক ৰঙা টুপী এটা মাজ মূৰত পিন্ধি দাঢ়ি থকা প্ৰৌঢ়াৱস্থাৰ মুছলমান এজনে থিয় দি কলে —"ভদ্ৰ লোকক অপমান কৰিবলৈকে এই সভাখন কৰা হৈছেনেকি? পৰেশ বাপু এজন জনাবুজা ভদ্ৰলোক। তেওঁৰ কথাবোৰতো ঠিক। আজিকালি ডেকা ল'ৰাবোৰৰ জাত-কুলৰ বিচাৰ নাই। ইহঁতে আমাৰ বাপকলীয়া জাতবোৰ নষ্ট কৰিব ধৰিছে। স্বৰাজ আনিব পিচৰ কথা। ইংৰাজক বেয়াৰ কথা মুখত কব নাৰি। ৰজা নহলে ৰাজ্য চলাব কোনে? সেইবোৰৰ হিচাব লব আমি নাযাওঁ। কিন্তু আজিৰ সভাত সমাজৰ ব্যভিচাৰবোৰৰ বিচাৰ হব লাগে। তাৰিণীৰ বিৰুদ্ধে যেনেকৈ ব্ৰাহ্মণ সমাজৰ বিচাৰৰ আৱশ্যক

আনোৱাৰৰ বিৰুদ্ধেও আমাৰ মুছলমান সমাজৰ বিচাৰৰ আৱশ্যক। অৱশ্যে আনোৱাৰৰ শাস্তিৰ ফতোৱা ময়েই দিব পাৰিম। এই বিচাৰৰে কথা কওঁতে পৰেশ বাপুক দুই এজনে যেনেকৈ সমাজৰ ভিতৰৰ পৰাই অপমান সূচক শব্দ কৰিব ধৰিছে তেনেহলে ইয়াত ভদ্ৰলোক থকাই টান হৈছে। আমি সভাপতিক বিচাৰ কৰিবলৈ খাটিলোঁ।" তেওঁ বহি পৰিল।

পৰেশ শৰ্মাই নতুন উত্তেজনাৰে পুনৰ থিয় দিলে—"ৰাইজ।" পৰেশৰ মুখৰ পৰা শব্দটো ওলোৱা মাত্ৰেই সভাপতিয়ে বাধা দিলে—"অনুগ্ৰহ কৰি আপুনি বহক, বিচাৰ হব।"

"বিচাৰতো হবই লাগিব। ৰাইজ চাওক।......"

"হব। আপুনি বহক। ই এখন সভা।" সভাপতিয়ে বাধা দিলে। পৰেশ বহি পৰিল। এইবাৰ তাৰিণী শৰ্মা থিয় হ'ল। তেওঁক বহাই দি আনোৱাৰে থিয় দিলে। সভাপতিয়ে আনোৱাৰকো বহিবলৈ আদেশ দি নিজেই থিয় হ'ল।— "ৰাইজ, আপোনালোকে যিমানখিনি সময়লৈ মোক এই সভা খনৰ পৰিচালনাৰ ভাৰ দি থব, তেতিয়ালৈকে মই তাক ঠিকমতে ধৰি ৰাখিবলৈ বাধ্য হম। আপোনালোকৰ কোনোৱে তাত বেজাৰ পোৱা উচিত নহয়। কোনোৱে বেজাৰ পালেও তাৰ প্ৰতিকাৰ মই কৰিব নোৱাৰোঁ। আপোনালোকে জানে— এই নিঃকিন মহাত্মা গান্ধীৰ অহিংসা নীতিৰ এজন অনুৰক্ত ভক্ত। অহিংসা আৰু তাৰ ওপৰত প্ৰতিষ্ঠিত সত্যকেই মই জীৱনৰ আলম কৰি লৈছোঁ। এই সত্য আৰু অহিংসাই মাত্ৰ আমাৰ সমাজবোৰক সুস্থ কৰি ৰাখিব পাৰিব—প্ৰাণ দিব পাৰিব।

অন্যথাই হব নোৱাৰে। সমাজৰ হিত হব সেৱাত— হিংসাত নহয় সমাজৰ উন্নতি হব সংস্কাৰত, সংৰক্ষণশীলতাত নহয়।……

এই সভাৰ আহ্বায়ক সকলে সভাখন আহ্বান কৰিছে সমাজৰ কল্যাণ সাধনৰ বাবে। নতুন যুগৰ নতুন ভাব ধাৰাত মিলাই নতুন দৃষ্টিৰে চাব নোৱাৰিলে সমাজৰ কল্যাণ অসম্ভৱ। আজি আমাৰ হিন্দু-মুছলমান, আৰ্য্য অনাৰ্য্য, উচ্চনীচ আদি পাৰ্থক্যৰ সীমা-ৰেখা টানি চলিবৰ দিন উকলিল। আজি আমি সকলোৱে এক মিলন-মোহনাতেই সন্মিলিত হৈ তাৰ ভিত্তিত ৰচনা কৰিব লাগিব আমাৰ নতুন সমাজ। আমি সমাজ ৰচনা কৰিব যাওঁতে সমস্ত বিশ্বৰ উত্থান পতনৰ ফালেও দৃষ্টি ৰাখিব লাগিব। নহলে ত্ৰুতি থাকি যাব।

পূৰ্বকালৰ আৰ্য্য সকলে কৰা জাতিভেদত সমশ্ৰেণীৰ লোক সকলক লৈ সেই সময়ত খাপ খোৱাকৈ সেইবোৰৰ সমাজৰ সৃষ্টি কৰিছিল। মানুহৰ ভিতৰতে তেতিয়া দেৱ-শ্ৰেণী, অসুৰ-শ্ৰেণী, পশু শ্ৰেণী আৰু বৰ্বৰ শ্ৰেণী আদি চিন্তা, চৰিত্ৰ, আৰু কৰ্মৰ পন্থাৰে শ্ৰেণী বদ্ধ হৈছিল। মানুহক পৰ বুলি ঠেলি দিয়াতকৈ আপোন কৰি লবৰ, হিংসা কৰাতকৈ প্ৰেম কৰিবৰ, বিভেদ সৃষ্টি কৰাতকৈ সন্মিলিত কৰি লবৰ দিন আহিছে। সময়ৰ এই তাগিদক, এই আহ্বানক যদি আমি আওকাণ কৰোঁ, মূল্য নিদিওঁ……”

সভাপতিৰ কথাখিনি শেষ হবলৈ নৌপাওঁতেই পৰেশ শৰ্মাই পুনৰ থিয় হৈ জোৰ গলেৰে চিঞৰিবলৈ ধৰিলে— “শুনা ৰাইজ, সভাপতিও সেই ম্লেচ্ছ সকলৰে এজন। তেওঁ বুৰাই পকাই

তাৰিণী আৰু আনোৱাৰকেই সৎলোক বুলি প্ৰমাণ কৰিব গৈছে। ইয়াত বিচাৰ নহয়। ই সমাজ নহয়। হেৰ মকবুলকা উঠ।”

পৰেশ শৰ্মাৰ মুখৰ পৰা কথাষাৰ ওলোৱাৰ লগে লগেই ৪।৫ জন ব্ৰাহ্মণ আৰু মুছলমানৰ বয়সস্থলোক থিয় দিলে। সভাৰ কোনো কোনো ঠাইৰ পৰা উচ্চাৰিত হব ধৰিলে-“যাবলৈ দিযক-যাবলৈ দিয়ক।” “এওঁলোকেই সমাজক শোষণ কৰি আছে, প্ৰবঞ্চনা কৰি আছে।” “অন্ধকাৰৰ ভুত-বাৰক যাব দিয়ক।” “ধোৱা ধোৱা জাতি-বোৰক টোপোলা বান্ধি ৰাখাগৈ।” ইত্যাদি ইত্যাদি।

থিয় হোৱা লোক কেইজন ওলাই গ'ল। দুয়ো হাত মূৰৰ ওপৰলৈ ডাঙি তুলি সভাপতিয়ে ৰাইজক সম্বোধন কৰিলে—“ৰাইজ সকল, আপোনালোক সকলোৱে অনুগ্ৰহ কৰি বহক। মোৰ কথা মনত লাগিলে আপোনালোকে গ্ৰহণ কৰিব নহলে উঠাই দিবৰ বাবে আপোনালোকৰ স্বত্ব আছে। সভাখনতো মোৰ নহয়—আপোনালোকৰ। আপোনালোকেও নিয়মানুবৰ্ত্তিতা ৰক্ষা কৰি নিজৰ নিজৰ মত প্ৰকাশ কৰিব পাৰে। তাত সকলোৰে সমান স্বত্ব আৰু সমান স্বাধীনতা আছে। সকলোৱে অনুগ্ৰহ কৰি মনোযোগ দি সভাৰ কাম সমাধা কৰক। সমাজখন ভাঙি উঠি যোৱাৰ পৰা বাৰু কিবা লাভ হবনে ?”

“একো নহয়।” সমাজৰ পৰা ধ্বনি আহে।

“আমি শিক্ষা দিক্ষাৰ পৰা বঞ্চিত হৈ থকাবোৰে আজি অনুভৱ কৰিব পাৰিছোঁ যে কোনোৱে ধৰ্মৰ নাম কৰি, কোনোৱে জাতৰ নাম কৰি, কোনোৱে শাসনৰ আশ্ৰয়লৈ আমাক প্ৰবঞ্চনা কৰাৰ বাহিৰে আমাৰ উপকাৰৰ কাৰণে চাইছেনে ?”

"নাইচোৱা। তেনেহলে আমাৰ ভৱিষ্যত সমাজখন উন্নততৰ কৰিবৰ বাবে শিক্ষা-দিক্ষাৰ অনুষ্ঠান গঢ়ি তোলাৰ যত্ন চেষ্টা কৰা আমাৰ ভুল হবনে ?"

"নহয় ;— কেতিয়াও নহয়।"

"নহয়— বৰং তাকেই আমি কৰিব লাগিব। তাৰে কাৰণতেই ৰাইজক আহ্বান কৰা হৈছে। কি পদ্ধতিত কাম কৰিব লাগিব কি কৰিব নালাগিব তাক বুজি পোৱাৰ আগতে সভাখন ভাঙি দিয়াটো বাৰু কেনে হব ?"

"অন্যায় হব।"

"পশুৰ কাম হব।"

"দৈত্যৰ কাম হব।"

"সুন্দৰ। আপোনালোকে ধৈৰ্য্য ধৰি সেই আঁচনিখন শুনি লওক। তাত আপোনালোকৰ কোনখিনি গ্ৰহণীয় হয়, বা কোন খিনি মনোগ্ৰাহী নহয়, নাইবা কোনখিনি পৰিবৰ্ত্তন কৰিব লগা হয়, আপোনালোকে নিজৰ মতামত প্ৰকাশ কৰি সেইমতে কৰি লব। সকলো কথাকে নিজকাণে শুনি, নিজৰ চকুৰে চাই, নিজৰ বিবেক-বুদ্ধিৰে বিচাৰ কৰি তাৰ ওপৰতেই মত প্ৰকাশ কৰিব লাগে। আনৰ চকুৰে দেখি, আনৰ কাণেৰে শুনি বাট বোলাটোৱেই পাপ। মোল্লা, পুৰোহিত আদি তথা কথিত গুৰু—শ্ৰেণীৰ কথাৰ তাৎপৰ্য্য চিন্তা নকৰাকৈ যধাই মধাই খোজ কাঢ়োঁতে কাঢ়োঁতে আমি ক'ৰবাত পৰি গৈছোঁ। আপোনালোকৰ কোনোৱে হীন নহয়। মানুহ সকলোৱে সমান। প্ৰবঞ্চনাকাৰী সকলে এই সত্যক সদায় লুকাই

ৰাখি আহিছে। গুণ অনুসাৰে মানুহ এজন খেতিয়ক, এজন কাপোৰৰ ব্যৱসায়ী, এজন হয়তো মাছৰ ব্যৱসায়ী হয়। সকলোৱে আৰ্জিছে সকলোৱে খাইছে তাত কাকো কোনেও ঘৃণা কৰিবৰ আৱশ্যক নাই। প্ৰবঞ্চনাকাৰী সকলৰ কোনোবা এজন উকিল, কোনোবা এজন মহৰী নাইবা এজন পুৰোহিত। এই পৰ-ভোজী সকলে সদায় আপোনালোকৰ উপাৰ্জনৰ ওপৰত বহি খাই থাকিবলৈ বিচাৰে। সিহঁতে দেখুৱাব— তোমালোক ডাঙৰ, তোমালোক তাতকৈ সৰু, তোমালোক তাতকৈও সৰু। আপোনালোকৰ কোনোৱে কাকো কাতোকৈ ডাঙৰ কাতোকৈ সৰু বুলি নাভাবিব। মানুহ সেই জনেই জগতত হীন হৈ থাকে যি জনে নিজেই নিজকে হীন বুলি ভাবে। মানুহে যেতিয়ালৈকে নিজক হীন জ্ঞান নকৰে তেতিয়ালৈকে সি হীন কৰ্ম কৰিব নোৱাৰে; আৰু তেতিয়ালৈকে সি হীন নহয়।"

জ্বলন্ত ভাষাৰে কোৱা কথাবোৰে সভাখন তেনেই গম্ভীৰ কৰি পেলালে। সকলোৰে প্ৰাণে প্ৰাণে নতুন আলোক যেন উদ্ভাসিত হব ধৰিলে। অলপ ৰৈ তেওঁ কলে— "ভাই-ভনী সকল, আমি প্ৰত্যেকেই যদি প্ৰত্যেকক প্ৰেম কৰোঁ, সকলোৱে যদি সকলোকো সমান বুলি ভাবোঁ তেনেহলে অচিৰতেই আমি এনে এখন নতুন সমাজ গঢ়ি তুলিব পাৰিম, যিখন আজিৰ তুলনাত সচাঁকৈয়ে অনেক উন্নততৰ হব।...... এতিয়া বোপা অনোৱাৰে আচনিখন পঢ়ি শুনাব।......"

কথা কেইষাৰ শেষ কৰি সভাপতিয়ে নিজৰ আসন গ্ৰহণ কৰিলে। পানীৰ তলত মিতাল মাৰি থকাৰ দৰে থকা সভাস্থ

সকলোৱে যেন সহঁাৰি পালে। প্ৰথমতে এজাউৰি হাত চাপৰি উঠিল। তাৰ পাচত উঠিল এটা গুঞ্জন ধ্বনি।

হঁাহি মুখে আনোৱাৰে থিয় হৈ তেওঁৰ আঁচনি পঢ়ি গ'ল। কোনোৱে শলাগিলে "সুন্দৰ হৈছে।" কোনোৱে কলে— "এই আচনি মতে যদি কাম কৰিব পাৰে চাবা— তিনিবছৰৰ ভিতৰত গাওঁৰ ৰূপ বদলি যাব।" কোনোৱে সেই কথাতে তৰ্ক জুৰিলে— "কাম আৰু কৰিব কোনে? তুমি মযে় কৰিব লাগিব।" সভাত আকৌ এটা উপভোগ্য গুঞ্জন ধ্বনি উঠিল।

কাম চলাবৰ বাবে কাৰ্য্যকৰী কমিটী এখন গঠন কৰা হ'ল। ইনকুলাব জিন্দাবাদ আৰু বন্দে মাতৰম ধ্বনিৰে সেইদিনাৰ কাম সমাধা কৰা হ'ল।



## —※( ৪ )※—

ৰাতি। পৰেশ, শ্ৰীনাথ, ৰমা, মকবুল আদি ছ-সাতজন লোকে পৰেশৰ চোতালত ধুনি এটা মাজত লৈ ৰহিছে। এজনৰ হাতত ভাণ্ডৰ এটা চিলিম। "বোম্ বোম্— শিৱ শঙ্কৰ ভোলানাথ হৰ্ হৰ্ হৰ্ বোম্ বোম্ বোম্।" ভাণ্ডৰ চিলিমটো তিনিটা পাকদি ঘূৰাই তেওঁ হুপিব ধৰিলে।

বয়স শ্ৰীনাথৰ আটাইতকৈ বেচি। তেওঁৰ তলত মকবুল। শ্ৰীনাথে আৰম্ভ কৰিলে— "বুজিছা মকবিল, ইহঁত ম্লেচ্ছ, ইহঁত ধৰ্ম-দ্ৰোহী, ইহঁত নাস্তিক। এই ব্ৰাহ্মণ-বিদ্বেষী তাৰিণী! কুলৰ কলঙ্ক তাৰিণী। তাৰ নিস্তাৰ নাই।"

ভাণ্ডৰ চিলিমটো মুখত লগাই টানি থকাজনে এটা ভাল হোপা মাৰি মুখৰ পৰা চিলিমটো আঁতৰালে। গাটোত এটা ধুলনি তুলি হুবাৰ মান মূৰটো অগা পিচা কৰিলে। তাৰ পিচত মুখ খনৰ ফাঁকটো ৰুদ্ধ কৰি ধোঁৱা মোকোৰা দীঘলকৈ এৰি দিলে।

তেওঁৰ হাতৰ পৰা চিলিমটো আন এজনে লৈ পূজাৰ মন্ত্ৰ উচ্চাৰণ কৰাৰ দৰে গদ্ গদ্ স্বৰেৰে কৈ উঠিল বোম্ বোম্ শিৱ শঙ্কৰ সদানন্দ ভোলানাথ হৰ্ হৰ্ হৰ্ বোম্ বোম্ বোম্। তেওঁৱো তিনিবাৰ চিলিমটো ঘূৰাই লৈ হুপিবলৈ আৰম্ভ কৰিলে। প্ৰথম-জনে ধোঁৱাখিনি এৰি দিয়া শেষ কৰি গুৰু-গম্ভীৰ ভাবে ঋষিৰদৰে কৈ উঠিল "কলিকাল ঘোৰ কলিকাল।" কথাষাৰ কোৱা শেষ হোৱাৰ লগে লগে তেওঁৰ এটা কাঁহ উঠিল। কাঁহটো লাহে লাহে ঘন হ'ল। শেষত থুকি থুকি পৰিব ধৰিলে।

মকবুলে কলে—"বুজিছা শ্ৰীনাথ দা, তাৰিণীৰ কথা কৰ নোৱাৰে।। আনোৱাৰৰ কথা হলে গঙ্গা মৌলবীয়ে মিটিঙৰ পৰা আহিয়ে কৈছে।"

"কি কৈছে গঙ্গা মৌলবীয়ে?"

"কৈছে বোলে এশ দৰাৰ কোৰ আৰু পাঁচ টকা কাফ্ৰা। এই খিনি নোহোৱাকৈ আনোৱাৰে গাৱ'ৰ লগত উঠা বহা খোৱা লোৱা কৰিব নোৱাৰিব।"

"হেৰো তই কিমান খাব? দমচুৰ কৰিলে নহব একা।" এজনে চিলিমৰ সদ্ব্যৱহাৰত ব্যস্ত থকাজনক দাবি দিলে। কাঁহি থকাজনে শেষৰ কাঁহটো ডাঙৰকৈ মাৰি কাঁহটোৰ জোৰে জোৰেই কৈ উঠিল "তাৰিণীৰ মুক্তি নাই মকবুলকা।"

অন্তপৰে পৰেশ মনে মনেই আছিল। এই বাৰ মাতদিলে —"তাৰিণীৰ কথা কৈছা? তাৰিণীয়েই নহয় আনোৱাৰেই নহয় সিহঁতৰ দলৰ শিপাই সৈতে উভালিম নহয় মই হে যদি হওঁ পৰেশ

শৰ্ম্মা। সিহঁতে মেকুৰি দেখিছে—বাঘ দেখা নাই।"

শ্ৰীনাথে কলেঃ— "বুজিছা মকবিল সিহঁতৰ গাত আটাইবোৰ পাপেই লম্ভিলে। ৰাজদ্ৰোহ, ধৰ্মদ্ৰোহ, জাতিদ্ৰোহ, ঈশ্বৰ দ্ৰোহ। ইমান পাপ ভগবানে সহ্য নকৰে। প্ৰতিফল পাব—পাব প্ৰতিফল। বেমাৰৰ যেতিয়া বিকাৰ ঘটে, মৃত্যু যেতিয়া ওচৰ চাপে হাত ভৰিৰ জোকোৰা জোকৰি তেতিয়া ঘন হয়। এইটো ৰোগীৰ স্নায়বিক উত্তেজনা। এই উত্তেজনাই ৰোগীৰ মৃত্যুৰ লক্ষণ।"

"হয় দাদা, চোৰা—মুছলমানৰ ভিতৰত আমাৰ গঙ্গা মৌলবী; হিন্দুৰ ভিতৰতো আছে পৰেশ বাপা। এনে গণ্য-মান্য লোকসকল থাকোঁতেও সেই নীচ জাতৰ মিনাৰামক নো সভাপতি কৰিব লাগেনে?"

আন এজনে শব্দ কৰিলেঃ— "ৰাম ৰোম।"

এজনে কলেঃ— "ছি ছি, আৰু নকবা মকবিল কা। অপমান—ঘোৰ অপমান, মিনাৰামৰ বাপেকে আমাৰ পিতাৰ বিয়াত দোলা বৈছে। তাক আজি আমাৰ আগত সভাপতি পাতে।"

হঠাতে ভাং টানি থকা মানুহজন ধুনিটোৰ ওপৰতে লুটুৰকৈ বাগৰ দি পৰিল। মানুহ জন বৰ দুৰ্ব্বল ধৰণৰ আছিল। ভাঙৰ টানটো টানোতে টানোতে সীমা পাৰ হৈ গ'ল। মূৰটো ঘূৰি পৰি গ'ল, আটাই কেইজনৰে হাহাকাৰ লাগিল। জুইৰ ওপৰৰ পৰা তুলি কোনো ৰকমে কাষৰিয়াকৈ দুজন মানে বিচিব ধৰিলে। কোনোৱে পানী মূৰত দিলে।

এজনে একাষত থিয় হৈ থকা মকবুলক সুধিলে "তয়ো চুলি নেকি অ মকবুল কা?"

"নাইচুৱা বাপু নাইচুৱা। বেমাৰীক চোৱা আগে।"

"পুৰিলে—পুৰিলে এস্ পুৰিলে।"

"হায় ! হায় !! হায় !!!"

"হৰিবোল—হৰিবোল !"

হাহাকাৰ শুনি ঘৰৰ ভিতৰৰ পৰা লৰা তিৰোতাবোৰ ওলাই আহিল। ক্ৰমাত হাহাকাৰটো ডাঙৰ হল। ওচৰ চুবুৰিয়াবোৰো আহিব ধৰিলে। মকবুলে লাহে লাহে আতৰি ওলাই গুচি গ'ল।



## —*( ৫ )*—

গাওঁত সভা হৈ যাবৰ পৰা এটা নতুন জাগৰণৰ ভাব দেখা গৈছে। চৰকাৰী ৩০ বিঘা মাটিক ভিত্তি কৰিলৈ তেওঁলোকে সামবায়িক পদ্ধতিত কাম আৰম্ভ কৰিছে। ঘৰ বন্ধাই ঘৰ বান্ধিছে। জঙ্গল কটোঁতাই জঙ্গল কাটিছে। ৰাস্তা তৈয়াৰ কৰোঁতাই ৰাস্তা তৈয়াৰ কৰিছে। চাৰিওফালে উৎসাহ চাৰিওফালে আনন্দ উদ্দিপনা।

চাওঁতে চাওঁতে গাওঁৰ লৰা ছোৱালীৰ শিক্ষা কেন্দ্ৰ, ডেকা সকলৰ শিল্প কেন্দ্ৰ, ৰাইজৰ সভাঘৰ, কুঁৱা ৰাস্তা আদি তৈয়াৰ হৈ উঠিল। 'আমোৰাবৰ কাম বাঢ়িল—নতুন নতুন প্ৰচাৰ পুস্তিকা লিখিব লাগে। কৰ্মী সকলক নতুন নতুম প্ল্যান দিব লাগে।

গাওঁলৈ নতুন নতুন দেশসেৱক সকলৰ যাতায়াত বাঢ়িল। দহজন চিন্তাশীল কৰ্মীৰ পৰা দহ আষাৰ কথা শুনি গাওঁৰ মানুহ-বোৰে নতুন নতুন উদ্যম লাভ কৰিব ধৰিলে।

ছকিয়াই দুঘণ্টাকৈ শিল্পানুষ্ঠানত ছোৱালীবোৰক আখৰ লিখা, কিতাপ পঢ়া শিক্ষা দিব ধৰিলে। তাৰিণীৰ বিধবা ভনীয়েক কামিনী আন এজনী শিক্ষয়িত্ৰী। তেওঁ শিক্ষা দিব লাগে বোৱা-কটা আদি।

ডেকা লৰাবোৰে দৈনিক লাঠি খেল, ব্যায়াম আদি শিক্ষা কৰে; ইয়াৰ ভিতৰেদি বিপ্লৱী সকলে নিজৰ দল বৃদ্ধি কৰিব ধৰিলে। নতুন নতুন কৰ্মীসকলক তেওঁলোকৰ দায়িত্বপূৰ্ণ কৰ্ম- বোৰৰ বিষয় বুজাই দিব ধৰিলে।

## —❀( ৬ )❀—

"কামিনী, অ' কামিনী, ঘৰত আছা নাই ?"

তাৰিণীহঁতৰ সম্বন্ধীয় খুৰায়েক বৃদ্ধ নাৰায়ণ ভট্টই চোতাল-খনত সোমাই কামিনীক মাতিলে। ডাঙৰ ঘৰ এটা। ঘৰটোৰ সমুখতে চোতাল এখন। কলচোচনিৰে তিনিফালে বেৰ দিয়া। ঘৰটোৰ পিচফালে কলৰ চোপ কেইটামান, কেইজোপামান তামোল। তাৰ সিকাষে আৰু অনেক গছ বাঁহ।

বুঢ়া ভট্ট সোমাই অহা সময়ত কামিনী ঘৰত নাই। ঘৰটোৰ পিৰালিৰ ওচৰতে তাত শালত এখন লগোৱা কাপোৰ তৰাই আছে। শালৰ আগতে যঁতৰটো পতা আছে। ওচৰত চেৰেকী এটাত এলেচা সূতা সোমোৱা আৰু সূতাডাল ফুৰোৱা অৱস্থাতে যঁতৰৰ শলা কাঠিৰ লগত সংযোগ অৱস্থাত আছে।

ভট্টই আকৌ মাতিলে—"অ' আই কামিনী কলৈ গলি ?"

কামিনী বেগাই ওচৰৰে সিঘৰৰ পৰা ওলাই আহিল। "খুৰা দেখোন কোণফালেনো ?" কোৱাৰ লগে লগে তেওঁ ভিৰতলৈ সোমাই গৈ মিহিদৈৰ চিকুন ডাঙৰ চাৰি এখন আনি

বহিবলৈ পাৰি দিলে। ইয়াৰ ভিতৰতে ভট্টৰ লগত অহা পৰেশ শৰ্মা আৰু তিনিজন বেলেগ মানুহো ভিতৰ সোমাই আহিছে। আটায়ে বহিল।

"তাৰিণী কলৈ গল মাই?"

"দাদা এতিয়া নাই। লগ পাবলৈ কিবা সকাম আছিল নেকী খুৰা?"

"সকামতো আছিল।"

"এতিয়া লগ নাপায়।...... তামোল দিওঁ ৰবা।"

কামিনী ঘৰৰ ভিতৰলৈ গৈ তামোল বটাটোত এবটা তামোল পান আনি তেওঁলোকৰ আগত থলে। তামোল খুন্দাটোও আনি খুৰাকৰ আগত দিলে।

"তামোল খাম বাৰু। পিচে মাই তই জাননে তাৰিণীয়ে বোলে মুছলমানৰ ঘৰত চাহ আদি খোৱা মেলা কৰে?"

"মই কি কম খুৰা, দদাইহে জানে।"

পৰেশে সুধিলে—"বাৰু তুমি নাজানা। পিচে আনোৱাৰ বোলা সেই মুছলমান ডেকাটো তোমালোকৰ ইয়ালৈ আহেনে নাই?"

"আহে মাজে মাজে।" কামিনীয়ে উত্তৰ দিলে।

"তুমি চাহ দিয়া?"

"দিওঁ।"

"গিলাচ কোনে ধোৱে?"

"ময়ে ধোওঁ।"

এইবাৰ পৰেশে বুঢ়া ভট্টৰ পিনে মুখ কৰিলে—"শুনিলে

খুৱাদেও—আনোৱাৰৰ চুৱাও কামিনীয়ে খোৱে।”

বুঢ়া ভট্টই কামিনীৰ মুখৰ ফালে চাই সুধিলে—“জান মাই—মুছলমানৰ কিয়, ব্ৰাহ্মণেতৰ বেলেগ হিন্দু সম্প্ৰদায়ৰ লগতো খোৱা লোৱা আমাৰ কাৰণে নীতি বিৰুদ্ধ। তয়োতো এইবোৰ কৰা ভাল হোৱা নাই।”

“ভাল হৈছেনে বেয়া হৈছে নাজানো খুৰা। আনোৱাৰ ককাইটিকো মানুহ বুলিয়েই জ্ঞান কৰোঁ। আৰু বহুতো মানুহতকৈয়ে ভালো। মানুহক ঘৃণা কৰিবলৈয়েনো আমাৰ কি আছে !”

“ঘৃণাৰ কথা নহয় মাই। আমিওতো কাকো ঘৃণা নকৰোঁ। সমাজ বা জাতিৰ একোটা নিজা নিজা ৰূপ আছে। সেই অনুপাতে বান্ধো আছে। সেই বান্ধবোৰ শিথিল হৈ পৰিলে নিজৰ সমাজৰ ৰূপবোৰ নষ্ট হৈ যাব। তোৰ লগত বাৰু একো কথা নাই। তাৰিণী আহিলে মই মতা বুলি কৰি। যি হয় প্ৰায়শ্চিত্তৰ সুব্যৱস্থা কৰিব লাগিব।”

বুঢ়া ভট্টৰ কথা বেচিকৈ আগবাঢ়িব নিদি পৰেশ শৰ্মাই গৰ্‌গৰাই উঠিল—“আকৌ আপুনি প্ৰায়শ্চিত্তৰ কথাই কৈছে ? ভায়েক নালাগে ভনীয়েকৰ কথাই শুণনিলে—কেনে দৰ্পপূৰ্ণ। সিহঁতেহে মানুহক মানুহ হিচাবে লয় আমি মানুহক ঘিণ কৰোঁ। তুয়ো ব্ৰাহ্মণ বিদ্বেষী। সিহঁতে অকুলৰ লগত অখাদ্য ভোজন কৰিছে। ব্ৰাহ্মণ গুৰু মনা নাই। ব্ৰাহ্মণ কুলৰ কলঙ্ক। সিহঁত আজিৰ পৰাই আমাৰ সমাজৰ পৰা খাৰিজ।”

কথাৰ জোৰৰ লগেলগেই পৰেশ শৰ্মা বহাৰ পৰা উঠি

একে চাতেই ওলাই গ'ল। লগে লগে ওলাই গ'ল বুঢ়া ভট্টৰ বাহিৰে আটাই কেইজন।

"তথাপি মাই, তাৰিণীক মতা বুলি কবি। ভুল কৰিলে সংশোধনৰ পথো থাকে।" কথাষাৰ কৈ শেষত তেওঁৰো উঠিল।

"তামোল নোখোৱা নেকি খুৰা ?"—কামিনীয়ে পুনৰ সুধিলে। কাৰুণ্য এটা ফুটি উঠিল তেওঁৰ সুৰটোত।

"এতিয়া নাখাওঁ মাই। খাম প্ৰায়শ্চিত্তৰ পিচত। আনে এৰি-লেও মইতো এৰিব নোৱাৰো।" গভীৰ বিমৰ্ষৰ ভাৰ এটা মনত লৈ বুঢ়া ভট্ট ওলাই গ'ল। কামিনী পূৰ্ব্বৰ দৰে তাঁতশালৰ খুটাটোত ধৰি থিয় হৈয়ে থাকিল।

মানুহ কেইজন ওলাই যোৱাত তেওঁলোকৰ ওচৰৰে মানুহ ঘৰৰ পৰা বোৱাৰী এজনী আহি সুধিলে— "ন মাই, কোন আহিছিল সেইবোৰ ?"

হাত দুখন খুটাটোৰ পৰা এৰুৱাই লৈ কামিনী চাৰিখনৰ ওচৰলৈ আহিল। "আহিছিল ব্ৰাহ্মণ কুলৰ ধৰণী সকল।" কথাষাৰ মুখেৰে উচ্চাৰণ কৰি চাৰিখন তুলিলে। তামোল পানৰ বটাটোও ভিতৰলৈ নিলে।

বোৱাৰীজনী শালখনত বহি কাপোৰ বব ধৰিলে। "নামাইৰ শালখন এনে যুটিত ৰাখে।"

কামিনীয়ে তামোল এখন আনি তেওঁৰ হাতত দিলে। কামিনীয়ে নিজে যতৰত বহি মহুৰা ফুৰাব ধৰিলে। শাল আৰু যতৰৰ শব্দই ঠাইডোখৰ মুখৰ কৰি তুলিলে।



"আই পুতুলক দিয়া। বদনাত পানী আৰু খৰম থৈ আহিছোঁ।"

গধূলি বেলিকা নামাজৰ বাবে অ'জু কৰিবৰ কাৰণে পান আৰু খৰম সাজু কৈ ৰাখি ছকিনাই শাহবেকক ক'লে।

"গৰু বান্ধিছিনি?"

"বান্ধিছোঁ।"

"হাঁহ কুকুৰীবোৰ সোমোৱাই থলি?"

"থৈছো।"

"পদুলিক খাপ দিছ?"

"নাই দিয়া। আগে দিয়াবোৰেই দেখোন খোৱা হোৱা নাই। সাংজেকো বাতিও দিব পাৰিছা। পাতবোৰ-বান্ধি ৰাখিছো।"

"থাক দে।"

শাহবেকক পুতুলক ছকিনাৰ হাতত দি অ'জু কৰিবলৈ গ'ল। ছকিনাই পুতুলক কোলাত লৈয়ে মাটিৰ চাকি এটাত কাৰিকলৰ খাকলিৰ জুইত ধুনা দি চোতালৰ চাৰিওকালে এবাৰ ঘূৰাই আনে।

চোতালখন মল্‌মলাই উঠিল। পিচত সেইটো চোতালত বাহি চোতালতে এখন ছবি পাৰি বহিল।

বো বো বো পুতুলে মুখেৰে শব্দ কৰিলে।

"বো বো বো বো বো—হো হো হো হো হো।" ছফিয়াই পুতুলৰ মুখৰ শব্দবেই অনুকৰণ কৰি এবাৰ জোকাৰি দিলে। পুতুলে আকাশৰ পিনে চকু কৰিলে। শুক্ল পক্ষৰ মাজভাগৰ জোনটো মূৰৰ ওপৰতে দেখা দিছে। সন্ধিয়া গাঢ় হৈ অহাৰ লগে লগে জোনৰ জ্যোতিটোও উজ্জ্বল হৈ উঠিছে। জোনটোলৈ পুতুলৰ দৃষ্টি গৈছে। সি একেথৰে চাই থকা দেখি মাকে গান ধৰিলে।

"জোনবাই লৰি আহ টুপুত্‌ টুপুত্‌

পুতুলৰ মুৰতেই টুপুত্‌ টুপুত্‌

ভাত দিম মাছ দিম একেলগে উমলিম

টুপুত্‌ টুপুত্‌!

টুপুত্‌ টুপুত্‌!!"

অলপ পাচত আনোৱাৰ আহি চোতাল সোমাল। লগত তাৰিণী। ছফিয়া চাৰিখনৰ পৰা উঠিল।

"বহা তাৰিণী" চেঙেলখোৱ খহাই দিয়া আনোৱাৰে চেৰ্-মেৰকৈ চাৰিখনত বাগৰ দিলে। "অলপ চাহ কৰি দিবা?" ছফিয়াৰ মুখৰ ফালে চালে। "বহুতো খুবিলো, মুৰ ঘূৰাব লাগিল।"

"আপোনাৰ বায়ায়েকৰ জ্বৰ।" চাৰিখনত বহি তাৰিণীয়ে ছফিয়াৰ পিনে চাই কলে।

"অঃ তুমিও। মই কৰিলো। চাহৰ প্ৰস্তাৱ—তুমি কথা

বাপেকৰ বেমাৰৰ কথা ।”

“বৌটি ইমান দুৰ্ব্বল নহয় যে এই কথাষাৰতে ভাগি পৰিব । বৌটি ভোক লাগিছে সচাঁকৈ ।”

“হব বাৰু, পিচে আপুনি কেতিয়া গৈছিল ?” তাৰিণীক ছফিয়াই প্ৰশ্ন কৰিলে ।

“আজি ৰাতিবেলা গৈছিলোঁ ।”

“জ্বৰ ?”

“হয় জ্বৰ ।”

এনে সময়তে আনোৱাৰৰ মাকেও নামাজ পঢ়ি উঠি সেই খিনি পালেহি । ছফিয়াই তেওঁৰ কোলাত পুতুলক দি চাহ কৰিবলৈ গ'ল ।

“কাৰ কি হৈছে বোপা ?”

ৰাবিয়াই তাৰিণীক সুধিলে ।

“বৌটিৰ বাপেকৰ ।”

“কি হৈছে ?”

“জ্বৰ ।”

“কাকো দেখুৱা নাই ?”

“দেখুৱাইছে প্ৰবীন ডাক্তৰক ।”

“ডাক্তৰে কি কৈছে ?”

“নিউমোনিয়া ।”

“নিমোনিয়া ?—নিমোনিয়া কি বোপা ? কিনো নাম শুনা বেমাৰবোৰ আহিব ধৰিছে ।”

"নিমোনিয়া একো নহয় খুৰি—গুটি—গুটি।"

"গুটি?"

"অঁ গুটি।"

"গুটি হলে দেখোন নাৰা কবিৰাজৰ ৰঙা বৰি কেইটাই পানৰ ৰসত মৌ, তুলসীৰ পাতৰ ৰসত মৌ আৰু বাহকাৰ পাতৰ ৰসত মৌদি মাৰি খুৱালেই ভাল হৈ যায়। তাতেনো ডাক্তৰক মাতিব লাগেনে?"

"কি কব খুৰী! গাওঁত সোমোৱা এই ডাক্তৰ বোলোৱা জীৱবোৰ একেবাৰে যমৰ বাপেক মাক। পানী লাগিলেও হয় নিউমোনিয়া, টাইফয়েদ, প্যাৰা টাইফয়েদ আৰু কত কি। ঔষধ হৈছে ইন্‌জেক্‌ছন। কিন্তু ইহঁতৰ হাতত মানুহ ভাল হয় কেইজন তাকেহে চিন্তা কৰিবৰ আৱশ্যক। ইফালে টকাৰ কাৰণে সিহঁত শগুণ। ইহঁতৰ ডাক্তৰি টকাৰ কাৰণে খুৰী—মানুহৰ কাৰণে নহয়। ডাক্তৰেই কোৱা নাইবা আৰু কিবাই কোৱা, সকলোৱে কেৱল এই গৰীব সকলক প্ৰবঞ্চনা কৰিবৰ কাৰণে, শোষণ কৰিবৰ কাৰণে।"

সাধাৰণ বেমাৰী এজনৰ বেমাৰৰ আশ্ৰয় কৰি তাৰিণীৰ ৰাজনীতিৰ ব্যাখ্যা আৰু চলি থাকিলেহেঁতেন যদি ছফিয়াই পিঠাৰ বাচন দুখন আৰু কল কেইটামান আনি দুয়োৰো আগত নাৰাখিলেহেঁতেন।

"কাণিলৈ তেনেহলে খবৰ লবই লাগিব।" বাবিয়াই কলে।

আনোৱাৰ উঠিল। এনে সময়তে ছফিয়াই দ্বিতীয়বাৰ পানী এবদনা আৰু গিলাছ দুটাৰে হাজিৰ হ'ল। দুয়ো হাত মুখ ধুই

পিঠা আৰু কলৰ সদ্ব্যৱহাৰ কৰাত লাগি গ'ল। বাবিয়াই পুতুলক লৈ এখোজ দুখোজ কৈ তহল দিব ধৰিলে। ছফিয়াই এইবাৰ আকৌ চা-দানিটোত চাহ আৰু পিয়ালা দুটা আনি ওচৰতে থৈ ভিতৰ সোমাল।

চাহ জলপান শেষ কৰি তাৰিণী যাবলৈ উঠিল। "যাওঁ ককাইটি।" "উঁ যোৱাতো। পিছে অহা কালি তুমি যেনে তেনে প্ৰেচলৈ যাব লাগিব। আমি লৰালৰিকৈ কাম কৰিব লগা হৈছে। সমস্যাবোৰ ক্ৰমাৎ জটিল হৈ আহিছে।

তাৰিণী উঠি গ'ল। ছফিয়াই আহি সাজ বাচন খিনি লৈ গ'ল। আনোৱাৰে চোতালতে কাগজ কলম চিঁঞাহি লৈ লিখাত বহিল।



—*( ৮ )*—

বিপ্লৱীসকলৰ প্ৰচাৰৰ আৱশ্যকতা বাঢ়িছে খুব। গতিকে প্ৰেচ হাত আৰু কলমৰ কামো চলিব লগা হৈছে প্ৰখৰ গতিত। সেইদিনা আনোৱাৰে নিজৰ পঢ়া কোঠাটোত লিখাত ব্যস্ত। বাহিৰত চোতালৰ তাতশালত ছুফিয়া। ওচৰত পুতুল। বুঢ়ী বাৰিয়া নাই। তেওঁ ছুফিয়াৰ বাপেকৰ বেমাৰৰ খবৰ লবলৈ গৈছে।

লিখাৰ পৰা মূৰটো দাঙি আনোৱাৰে এখাৰ বাহিৰৰ ফালে চালে। "এৰা"।

"কি?" শালত তাঁৰ দিব এৰি ছুফিয়ায়ো সুধিলে।

"এইপিনে আহাঁচোন।"

ছুফিয়া শালৰ পৰা উঠি পুতুলক লৈ ঘৰৰ ভিতৰ সোমাই আহিল। "কি কৈছে?"

"মই প্ৰচাৰৰ কামতে বেচি সময় কটাব লগা হৈছো। উপন্যাস খনৰ প্ৰেচ কপি এটা কৰিব লাগিছিল। মোৰতো সময় নাই। ইফালে খৰছৰ টকাও শেষ। কিতাপখন ছপাব পাৰিলে কিছু ওলাল হেতেন।"

"মই কৰি দিম।"

"বাৰু, দিনত তুমি তাৰ কাৰণে সময় খৰছ কৰিব নালাগে। ৰাতি ৰাতি কিছু সময় থাকিলেই হব।"

"ভাল কৰি দিম।"

"বাৰু, এঁকে বহাতেই আজি বহুত কাম কৰি পেলালোঁ। চাহ একাপ কৰি দিব পাৰিবা ?"

আনোৱাৰে হাতৰ পৰা কলমটো এৰি দুয়োখন হাত ওপৰলৈ তুলি এটা এঙামুৰি দি দুয়োখন হাতৰ আঙুলিৰে দুয়োখন হাতৰ আঙুলীৰ মৎ ভাঙিব ধৰিলে। ছকিয়াই পুতলক কোলাত লৈয়ে ঘৰৰ পৰা বাহিৰ ওলাই ৰান্ধনী ঘৰৰ ফালে গ'ল। আনোৱাৰে হাতৰ কিলাকুটি দুটা একেবাৰে আঠুলৈকে নমাই ভেজা দি, মুঠি দুটা একাবদ্ধ কৰি কপালখন টেবিলত গুজি অধোদৃষ্টি হৈ ভাবিব ধৰিলে—ভাৰতৰ সকলো সমস্যাতকৈ প্ৰধান সমস্যা হৈ উঠিছে বৃটিছ শাসন মষিমূৰ কৰাটোৱেই। এই শাসনৰ আশ্ৰয় লৈ গজি উঠিছে ধনতন্ত্ৰ, আমোলাতন্ত্ৰ, দুৰ্ঘোৰ যান্ত্ৰিকতা আদি শোষণৰ ডাঙৰ ডাঙৰ ৰাস্তাবোৰ। এইবোৰৰ অৱসান ঘটাবলৈকে লাগিব বৃটিছ শাসন মূলেসৈতে উভালিবলৈ। এই যুদ্ধ—এই মহাযুদ্ধই হৈছে বৃটিছক বাহিৰ কৰিবৰ আচল সময়। যদি যুদ্ধক্ষেত্ৰৰ সৈনিক সকলে বুজি পায়—সিহঁতে নিজৰ মহা মূল্যবান প্ৰাণবোৰ দিবলৈ গৈছে বৃটিছৰ স্বাৰ্থৰ কাৰণেহে, প্ৰাণটোক বলিদিয়াৰ বাহিৰে সিহঁতৰ নিজৰ বা দেশৰ একো লাভ নাই ; যদি ভাৰতৰ পুলিছ বাহিনীৰ কৰ্মচাৰীসকলে অনুভৱ কৰিব পাৰে যে সিহঁতে ভাৰতৰ কেৱল বৃটিছৰ পাচৰখীয়া

হৈছে. আৰু ভাৰতৰ আটাইখিনি সোণৰ ফচল ভোগ কৰিছে, কাট্‌ নিছে যুটিছে ; যদি ভাৰতৰ যুৱা-শক্তি ·জাগি উঠে একে উদ্দীপনাৰে, কোনে জানে বৃটিছ শাসনৰ বান্ধ ফটাফট্‌কৈ চিগি নাযাব। এই শক্তি জগাবৰ বাবেই আজি কলম ধৰিব লাগিব, বাণী বিতৰণ কৰিব লাগিব। সৈনিক, পুলিচ, চাকৰিজীৱী, মজুৰ, শ্ৰমিক, খেতিয়ক সকলোৰে অন্তৰত থকা আত্মাটোক জগাবৰ কাৰণেই এই বিপ্লৱী সকলৰ মন প্ৰাণ নিবিষ্ট ভাৱে কৰ্মত লগাব লাগিব !............

এইবোৰ ভাবি থাকোঁতেই এজন প্ৰৌঢ়াৱস্থাৰ লোকৰ মাতৰ শব্দ এটা বাহিৰৰ পৰা অহা শুনা গ'ল। "ও বোপা ঘৰত আছানে ?"

আনোৱাৰে মূৰটো ডাঙি ওনালে। শব্দটো আকৌ আহি কাণত পৰিল—"ও বোপা !"

মাতটো বুজি পাই আনোৱাৰে এইবাৰ মাত দিলে—"ও, খুৰাদেও ! আছোঁ ৰব।" তেওঁ উঠি বাহিৰ ওলাই গ'ল।

নঙলাত পঞ্চানন চক্ৰৱৰ্তী থিয় হৈ আছে। দীঘল শিল্‌শিলীয়া ধৰণৰ মানুহজন। শৰীৰৰ হাড়ৰ ভাগটো ডাঙৰ দীঘল। মাংসৰ ভাগটো কম। চকুৰ জ্যোতি, নাকৰ দীৰ্ঘতা, গালমুখৰ বক্ৰিমতা আদিয়ে তেওঁ যে এসময়ত ৰূপবান পুৰুষ আছিল, তাক ভালকৈ বুজায়।

"খুৰাদেও দেখোন কিয় আহিল ?"

"হে হে হে তোমাক লগ পাবলৈকে আহিলোঁ বোপা।" পঞ্চাননে আধা দাঁত সৰি যোৱা মুখখনৰ পৰা এটা হাঁহি ওলিয়াই দমিধাৰ্য দিলে।

"আহক, বহকহি চোতালতে।"

"নঙলাতেই বহোঁ। বকুলৰ তল। মনোৰম ছাঁ।"

"ভাল বাৰু। ৰব চকি আনি দিওঁ।"

আনোৱাৰে ভিতৰ সোমাই গৈ চকি এখন লৈ পুনৰ ঘূৰি আহিল, চক্রবর্ত্তীক চকিখন পাৰি বহিবলৈ দিলে। —"বহক ইয়াতে।"

চক্রবর্ত্তীয়ে আসন ললে। আনোৱাৰ পুনৰ ভিতৰলৈ গ'ল। বটাটোত তামোল পান আনি তেখেতৰ আগত থলে।

"তোমাৰ মাৰা কলৈ গ'ল?"

"শহুৰৰ জ্বৰ বোলে। খবৰ লবলৈ গৈছে।"

"তোমাৰ বাপুটি ক'ত হেঁ?"

"মাকৰ লগত আছে।"

"লৈ আহা, এবাৰ তাক চাব লাগে। ময়ে তাক চিকিৎসা কৰিছিলোঁ। নহয়।"

"মই লৈ আহোঁ খুৰাদেও।"

"আনাচোন এবাৰ। হেঁ হেঁ হেঁ।"

পঞ্চানন চক্রবর্ত্তীয়ে তামোল কাটিব ধৰিলে। আনোৱাৰ বান্ধনী ঘৰলৈ গৈ ছফিয়াৰ ওচৰত ছফিয়াৰ ওচৰত উমলি থকা পুতুলক দাঙি ললে।

"চাহ হৈছে। আপুনি নাখায়?" ছফিয়াই সুধিলে।

"ৰবা, পঞ্চানন খুৰাদেও আহিছে। পুতুলক চাব বোলে।" পুতুলক লৈ আনোৱাৰ চক্রবর্ত্তীৰ ওচৰ পালেগৈ। তেখেতে

তামোল কাটি চুককি এমোকোৰা মুখত ভৰাইছে। পুতুলক দেখি তেওঁ মাত লগালে—"অ' এইটো মিতা নেকি অ' ? হেৰৌ পালোৱান, পালোৱানক চা। আহিবি ? আহ—আহ। মমাইতৰ ঘৰলৈ গৈছিলি ? হে হে হে। বাৰু ভগবানে মঙ্গল কৰক।" পিচত আনোৱাৰৰ ফালে চাই কলে—"তামোল খোৱা বোপা।"

"থাম বাৰু, পিছে আপুনিনো আহিল কিয় ?" আনোৱাৰে চক্ৰবৰ্তীক সুধিলে।

"কম বাৰু, তোমালোকৰ ডেকাবোৰে বেচ আগবাঢ়িব ধৰিছে। আমিতো সমাজৰ—দেশৰ একোকেই কৰিব নোৱাৰিলোঁ। তোমালোকৰ বিৰুদ্ধে আছে কোনোবা কোনোবা। থাকক, ঈশ্বৰে তোমালোকক সহায় কৰিব। নানান বিধি ব্যৱস্থা, নানান আইন কানুনৰ মাজেদি মানুহক মানুহে প্ৰবঞ্চনাই কৰি আহিছে যুগক যুগে। এই প্ৰবঞ্চনাৰ শোষণৰ পৰিসমাপ্তি তোমালোকৰ কাম্য।—মহৎ উদ্দেশ্য তোমালোকৰ— ভগবানে সচাকৈয়ে তোমালোকক সহায় কৰিব।" কথাকেষাৰ কৈ মানুহজন গম্ভীৰ হৈ পৰিল। অলপ সময় একেদৰে নিমাত হৈ থাকি এইবাৰ কলে—"তামোল খোৱা বোপা।" বটাটোও আনোৱাৰৰ ফালে আগবঢ়াই দিলে।

"খাওক আপুনি।" আনোৱাৰে কলে।

"খোৱা। পিছে মই কিয় আহিলোঁ। কওঁ ?"

"কওক খুৱালেও।"

"জানাইটো আমাৰ সমস্যাটো। আমাৰ আইটিৰ কাৰণেই চিন্তা কৰিব লগা হৈছে নহয়।" কথাষাৰ শেষ কৰি তামোল ভৰা

মুখখনত তামোলৰ মোকোৰাটো বাওঁখন গালৰ কালে স্থাপন কৰি দুয়ো চকুৰ দৃষ্টি স্থিৰ ভাবে আনোৱাৰৰ চকুৰ ওপৰত নিক্ষেপ কৰিলে, যেন তেওঁৰ এই দৃষ্টিৰ লগত সচাঁকৈয়ে জড়িত আছে এটা মস্ত সমস্যা আৰু মনটোৱে বিচাৰি ফুৰিছে তাৰ সমাধানৰ প্ৰশস্ত পথ।

"মই কি কৰিব পাৰোঁ কওকচোন।"

আনোৱাৰৰ কথাষাৰ শুনিলৈ চক্ৰবৰ্ত্তীয়ে এবাৰ তামোলৰ মোকোৰাটো পাগুলিয়াই ললে। এবাৰ ইফালে সিফালে চকুদুটা ঘূৰাই লৈ পুনৰ পূৰ্বৰ দৰেই আনোৱাৰৰ চকুৰ পিনে চাই আবেদনৰ সুৰত কলে,—"কি কৰিব পৰা নহয়—তুমি আটাইখিনিযেই পাৰা। ধৰা মোৰ ছোৱালীজনী মোৰ ছোৱালী নহয় তোমাৰহে নিজা ভনী; আৰু তাইৰ ভাৰ তোমাৰ হাতত!"

"আপুনি টকাৰ কথা কব খুজিছে নেকি? জানেইতো......"

"নাই নাই নাই। টকাৰ কথা মই তোমাক নকওঁ। ভগবানৰ আশীৰ্বাদত টকাৰ কাৰণে কোনো চিন্তা নাই।"

"তেনেহলে মইনো আপোনাক কেনে ধৰণৰ সহায় কৰিব পাৰোঁ?"

"পাৰা, তুমি আচল সহায়টোকে কৰিব পাৰা। তুমি সেইটো নকৰিলে মোৰ বেলেগ উপায়ো নাই।" পুনৰ তেওঁ তামোলখন পাগুলিবলৈ ধৰিলে।

"আপোনাৰ তেনে কোনো উপকাৰ অহা কাম যদি মোৰ পৰা হবৰ সম্ভৱ থাকে তেনেহলে মই নকৰিম কিয়?"

"অঁ বোপাই—সেয়েতো। তোমাৰ পনায়ে হব। সি চুবাটোৰ তাৰিণী বোলা ল'ৰাটি তোমাৰ বাধ্য। তুমি যদি অলপ যত্ন কৰা! মোৰো সদিচ্ছা—খুৰীয়েৰাৰো পছন্দ'।"

"দূৰদৰ্শিতা আপোনালোকৰেই। নিৰ্বাচন সুন্দৰ হৈছে। কিন্তু এটা কথা!"

"কি কথা?" উৎসুক ভাৱেৰে চক্ৰবৰ্তীয়ে আনোৱাৰৰ ফালে চালে।

"কব পাৰিম। কিন্তু,.........যদি সুশুনে! বিয়াবোৰতো স্বাধীন মতামতৰ ওপৰতেই হোৱা উচিত।"

"উঁ। স্বাধীন মতামতৰ আৱশ্যক হয়। পিছে বন্ধু-বান্ধৱ আৰু বিজ্ঞ সকলৰ বিবেচনা আদিৰে স্বাধীন মতক গৰ দি নললে অকল মতটোৱে জানো শুভ-সিদ্ধ হয়?"

"কথাটো হয়। বাৰু কম মই।"

"কম নহয়। তুমিয়েই বিয়াখন পাতিব লাগিব। এইটোৰ ভাৰ তোমাৰ ওপৰত। মই জানো—তুমি কলে তাৰিণী সন্মত হবই। ব্ৰহ্মা আহি কাকুতি কৰিলেও তেওঁ তোমাৰ কথা নেপেলায়।"

"তেনেকৈ আপোনালোকে ভাবিব পাৰে। কিন্তু আমি কাৰো নিজা মতামতক চেপা দিবলৈতো নিৰিচাৰোঁ। তাৰোপৰি আৰু এটা কথা আছে খুৰাদেও।"

"আৰু কি বোপা? টকা চকা চাব নেকি? তুমিতো জানা চাৰি পইচাৰ ঔষধ বিক্ৰি কৰি খোৱা মানুহ আমি। অলঙ্কাৰ-পাতি কাপোৰ-কাপোৰ থিনি ধাৰ ঋণ কৰি দিম যি হয়। তাৰ

ওপৰতো বোপা.........।” চিন্তাত চক্ৰবৰ্তীৰ মুখখন অলপ সেঁতা পৰা যেন হৈ যায়।

“টকাৰ কথা নহয় খুবা। টকাৰ কাৰণে নিজক বিক্ৰি কৰিব পৰা, বা টকাই জীৱনৰ সকলো বুলি ধৰি লোৱা বিধৰ লোক আমাৰ বিলাক নহয়। সোণ-ৰূপৰ সৈতেই আপুনি আপোনাৰ কন্যা দান কৰক নাইবা এনেয়ে দান কৰক আমাৰ একো কথা নাই। সেইটো আপোনাৰ শক্তি সামৰ্থ্য আৰু সদিচ্ছাৰ ভিতৰত।”

“আৰু নো কি ?”

“আপোনালোকৰ সংস্কাৰ এটা আছে। যদি সেইটো চম্ভালিব পাৰে—হব পাৰে মই জোৰ দিব পাৰোঁ।”

“কোৱা কি ?”

“বাল্য বিবাহটো।”

চক্ৰবৰ্তী কিছু সময়ৰ কাৰণে চিন্তান্বিত হ’ল।

“উঁ.........সকলোয়ে বাদ দিলেতো কথাটো ভালেই আছিল। ছোৱালীৰ বয়স ন-দহ বছৰ হবৰ পৰা চিন্তাত বাপেক-মাকৰ তালুৰ চুলি নোহোৱা হয়। মনে-মিলা বৰ বিচাৰি পোৱা নাযায়। যি দুটা এটা মিলে তাৰো দৰ-দাম বেচি। দুখীয়া তৰপৰ লোকে জীয়াই জীয়াই মৰাৰেই কথা।”

“ভাৰিণীৰ লগত সম্বন্ধ ঘটাবলৈ আপোনাৰ সমস্যা হব ছোৱালীৰ বয়সটোৱেই। টকা-পইচাৰ কাৰণে এক মুহূৰ্ত্তলৈকো চিন্তা কৰিবৰ আপোনাৰ আৱশ্যক নাই।”

“তুমি চিন্তাত পেলালা দেখিছোঁ।” চক্ৰবৰ্তী গম্ভিৰ হৈ প’ল।

"খুৰাদেও এই ডেকা দলটোৱে সমাজৰ মাৰাত্মক ব্যাধিবোৰ যেতিয়া দূৰ কৰিবলৈ বিচাৰিছে তেনে অৱস্থাত আমিও তেওঁ-লোকক সহায় কৰিবলৈ বিচৰা উচিত। আমাৰ কাৰণে সেইটো এটা শিষ্টৰ কৰ্তব্য। আপোনালোকেও সেইটো বিচৰা উচিত। আপোনাৰ ছোৱালীটিৰ বিয়াৰ কাৰণে আৰু চাৰিটা বছৰ অপেক্ষা নকৰে কিয়? যদি আপুনি সেইটো কৰিব পাৰে তেনেহলে তাৰিণীক সন্মত কৰাৰ ভাৰটো মই গ্ৰহণ কৰিব পাৰো।"

"ৰবা তুমি কি কৈছা। . .. .." চকিখনৰ পিচফালে পিঠিখন আওজাই এখন ভৰি চকিখনত তুলি ললে। "সমাজতো আছে এখন। লৌকিক আচাৰ-বিচাৰ লৈয়েই সমাজ।"

"সেয়ে খুৰা—বাহিৰৰ আচাৰ বিচাৰলৈয়ে ব্যস্ত সমাজ। ব্যক্তিৰ বা পৰিয়ালৰ ভিতৰৰ অৱস্থালৈ লক্ষ্য কৰিবলৈ সমাজৰ দৃষ্টি শক্তি দুৰ্বল। যি সময়ত সমাজৰ ভিতৰত নানান সমস্যাই গুমৰি উঠিছে হাহাকাৰ কৰি, সমাজত ঘটিছে বিকাৰ অৱস্থা, সেই সময়ত সংস্কাৰৰ এই লেপবোৰে অপকাৰৰ বাহিৰেতো উপকাৰ একো কৰিব নোৱাৰে। নতুন সংস্কাৰ পন্থীসকলক আপোনালোকে সহায় কৰক।"

"ইয়াৰ বাহিৰে বেলেগ পথতো নাই?"

"নাই খুৰাদেও নথকিব।"

"বাৰু, তোমালোকৰ কথামতেই মই যদি চাৰিটা বছৰ বৈ যাওঁ তাৰ পিচততো মই বিমুখ হব লগাত নপৰে?"

"তাৰ কাৰণে সকলো দায়িত্ব মই গ্ৰহণ কৰিম।—তেতিয়া

আপোনাৰ ছোৱালী যদি বৈ যায় মই বিয়া দিম।”

“এতিয়া উঠোঁ বোপা। থুৰীয়েৰাৰ লগতো কথা হওঁ।”

“ভাল থুৰাদেও। আপুনি ভয় নকৰিব। তাৰিণীকেই আপুনি পাব।”

চিন্তাযুক্ত মনেৰেই চক্ৰবৰ্ত্তী উঠি গ’ল। তেওঁৰ মুৰটোত যেন কোনোবাই হাতুৰি মাৰিব ধৰিছে। বুঢ়াৰ মনটোৱে আৰু ঘৈণীয়েকৰ মনটো আকৰ্ষণ কৰিছে তাৰিণীয়ে। কিন্তু তাৰিণী সংস্কাৰ পন্থী—চলিত সমাজৰ বিদ্ৰোহী। তেওঁ উঠি গলত আনোৱাৰে তামোলৰ বটাটো আৰু পুতুলক লৈ একেবাৰে ৰান্ধনী ঘৰ পালেগৈ। ছফিয়াই চাহ আৰু পিঠা যোগাৰকৈ চাই আছে। “চাহ যে পানী হৈয়ে গ’ল।”

“কি কৰা মানুহজন আহিছে।”

ছফিয়াই ঢাৰি এখন পাৰি দিলে। আনোৱাৰ বহিল। চাহ কাপ চেকি দুখন পিঠাৰে সৈতে আনোৱাৰৰ আগত দিলে।



*( ৯ )*-

তাৰিণীৰ বিয়াৰ বয়স হৈছে। অ'ৰ ত'ৰ পৰা কন্যাৰ ফৰ্দ্দ আহিছে। পঞ্চানন চক্ৰবৰ্ত্তীৰ ছোৱালীৰ কথাও উঠিল। আনোৱাৰ আহিছিল তাৰিণীক কিছুমান কাগজ পত্ৰ লৈ প্ৰেচলৈ যাবলৈ কব। একেলগে পঞ্চানন চক্ৰবৰ্ত্তীৰ সদিচ্ছাৰ বিষয়ো প্ৰকাশ কৰিলে।

"ককাইটি, আনে বিয়াৰ কথা কয় শুনিব পাৰি। দেখিছে আপুনি—এগৰাহ ভাত্তৰ কাৰণে চিন্তা কৰিবৰ সময় আমাৰ নাথাকে। তেনেস্থলত আপুনি নিজেই বিপ্লবী হৈও আমাক বিপ্লৱ-বিৰোধী কৰি, সংসাৰী কৰিবলৈ বিচাৰে কিয় ?" তাৰিণীৰ ভাব আছিল- বিপ্লৱৰ দোহাই দিলে আনোৱাৰৰ মুখ বন্ধ হব। আনোৱাৰে উত্তৰ দিলে—"শুনা তাৰিণী তোমালোকে বৃটিছৰ শাসন বিৰোধিতাকেই বিপ্লৱ বুলিছানেকি ? যদি অকল বৃটিছৰ বিৰোধিতাই আমাৰ আপ্ৰাণ কাম্য হ'লহেতেন তেনেহলে কোনো কথাই নাছিল। আমি বিয়া-বাক বাদদি কেৱল তাতেই মন-প্ৰাণ সকলোকে নিয়োগ কৰিলোঁহেতেঁন। কিন্তু আমাৰ যি কাম্য আমাৰ যি সাধনা, সি আমাৰ তোমাৰ দৰে একোটা জীৱনত সামাধা হৈ উঠা টান। দুদিন পাচত বৃটিছে আৰত

এৰি যাব লাগিব, তেওঁলোকৰ পিচত ভাৰতীয় লোকে ভাৰত শাসন কৰিব। কিন্তু এই বৃটিছৰ লগে লগেইতো অৱসান নহব পৃথিবীৰ দৰিদ্ৰ জন-গণৰ ওপৰত তথাকথিত সভ্য আৰু উন্নত সমাজৰ ৰাক্ষস আক্ৰমণ—প্ৰবঞ্চনা আৰু শোষণ। ওৰে পৃথিবী ব্যাপি এই উৎপীড়ণ। এটা বা দুটা শাসক শক্তিৰ লগতে ই জড়িত হৈ থকা নাই। গতিকে তুমি মই অকলে বিপ্লৱৰ বাবে গৃহ-ধৰ্ম পৰিত্যাগ কৰিবৰ আৱশ্যক নাই। বৰং বিবাহকো আমি বিপ্লৱৰ অংশীভূত কৰিয়েই লব লাগিব।" আনোৱাৰৰ কথাবোৰ শুনি শুনি কামিনী অভীভূত হৈ গ'ল। তাৰিণী মনে মনে থাকিল। কামিনীৰ সদিচ্ছা—দদায়েকে বিয়া কৰায়।

ছপৰিয়া খাবৰ সময়ত দদায়েকৰ আগত বহি কামিনীয়ে পুনৰ বিয়াৰ কথাকেই তুলিলে।

"শুন কামিনী, মোৰ কথা যদি তই সুশুন, তোৰ মনৰ কামনাও পূৰণ নহব। ..... দে, অলপ ঝোল দে।" কথাষাৰ কৈ ভাতৰ গৰাহ এটা তাৰিণীয়ে মুখলৈ তুলিলে। তেওঁৰ কথা-ষাৰত জড়িত আছে কামিনীৰ জীৱনৰ মস্ত ৰুৰঞ্জী। কামিনী বিধৱা। বালিকা বয়সতেই তেওঁ বিধৱা হ'ল। বাপেক-মাক ঢুকাল। মাত্ৰ দুয়ো দদায়েক-ভনীয়েকে নানা দুখ-দাৰিদ্ৰৰ মাজেদি জীৱন ধাৰণ কৰিছে। তাৰিণীয়ে কামিনীক সদায় নতুনকৈ বিয়াত সোমাবলৈ অনুৰোধ কৰে—তৰ্ক কৰে। সেই দিনাও কামিনীয়ে বিয়াৰ কথা উলিওৱাত তাকেই কলে।

কামিনীয়ে ডাঙৰ চামুচ থনতকৈ এচামুচ ঝোল আনি

তাৰিণীৰ পাতত দি কলে—"তই সেইবোৰ পগলাৰ দৰে কথা নকবি দাদা ব্ৰাহ্মণৰ বিধৱাই কৰবাত বিয়াত বহা দেখিছ নেকি ?"

"নহয় কামিনী চাৱ—আমি দুটাই হলোঁ ভাই-ভনী। তাৰে এটাৰ জীৱন ভোগৰ আৰু এটাৰ জীৱন ত্যাগৰ হব নোৱাৰে। হয় দুয়োৰেই বিয়া হব নহয় দুয়োৰো বিয়া নহবই।" তেওঁ কেগৰাহ-মান ভাত একেলগে খাই আকৌ কবলৈ ধৰিলে—"আৰু কামিনী তই যেতিয়া বিধৱা হৈ, তেতিয়া তোক বিয়া দিবৰেই বয়স হোৱা নাই। জীৱনটো তই এনেকৈ কটাবি কিয় ? এইবোৰতো ধৰ্ম নহয়—এইবোৰ একোটা মাত্ৰ সামাজিক সংস্কাৰ। এইবোৰৰ লগত ভগবানৰ বা আত্মাৰ সম্বন্ধ একো নাই। প্ৰকৃতিৰ বিৰুদ্ধে যুদ্ধ কৰিছে সমাজে। ফায়দাতো একো নাই। বৰং হাজাৰ হাজাৰ মানুহে লাঞ্চনা ভোগ কৰিব ধৰিছে এই সংস্কাৰবোৰৰ পৰা।"

তাৰিণীৰ খোৱা শেষ হ'ল। তেওঁ মাটিত যি দুটা এটা ভাত আৰু তৰকাৰীৰ উচ্ছিষ্টাংশ পৰিছিল সেইখিনি বুটলি পাতত থৈ মুখ ধুই ওলাই আহিল। কামিনীয়ে সাজ-বাচন ধুই-পখালি নিজে অলপ ভাত বাঢ়ি ললে। তাৰিণীয়ে কাঠিত খিয় হৈ মুৰৰ ওপৰৰ চালৰ কামিত ধৰি ভাবগদ্‌গদ্ সুৰেৰে কৈ যাবলৈ ধৰিলে "এজন পুৰুষৰ জীৱনত যদি কুৰিবাৰো তিৰুতা মৰে সি কুৰি বাৰেই বিয়া কৰাব। নীতিবেত্তা সকলৰ মুখ তেতিয়া নিঃশব্দ। কিন্তু এজনি ছোৱালীও যদি এবাৰ বিধৱা হয় তেওঁ গোটেই জীৱন ব্যাপি মৃত স্বামীৰেই ধ্যান কৰিব লাগিব। দ্বিতীয় জীৱিত স্বামীৰ কল্পনা কৰিলেও তেওঁলোকৰ পাপ।......ক'ত নাই মানৱতা, মানৱৰ

অন্তৰৰ সুখ-দুখৰ অনুভূতি লৈ বিচাৰ নাই য'ত তাত সমাজৰ বিচাৰেই বা কি সমাজৰ অৰ্থই বা কি!"......

কথাখিনি শেষ কৰি তেওঁ কোনোবা ফালে ওলাই গ'ল। কেগৰাহমান ভাত খোৱাৰ পিচতে কামিনীৰ দুচকুৰে গিৰ্‌গিৰ্‌কৈ চকুলো দুধাৰি বৈ আহিল। মনত সজাগ হৈ উঠিল--নিজৰ বৈধব্য-জীৱনৰ দৈন্য। মনত মূৰ্তিমন্ত হৈ উঠিল যুগ-যুগ ব্যাপি চলি থকা কণ্টকাকীৰ্ণ সমাজৰ নিৰ্মম শাসন। আনফালে তেওঁৰ চেনেহৰ দদায়েক। দদায়েকৰ প্ৰতিজ্ঞা হিমালয়ৰ দৰে অচল অটল। কামিনীয়ে দ্বিতীয় বাৰ বিবাহৰ কাৰণে সন্মত নহ'লে তাৰিণীৰ বিবাহৰ আশা নিষ্ফল।.....সমস্যাৰ মাজত যিদৰে পৰি গৈছে জীৱনটো সেইদৰে চিন্তাৰ সোতত হাবুডুবু খাব ধৰিলে মনটোৱে। চকুলো দুধাৰি বাওঁখন হাতেৰে মচি, দুগৰাহমান ভাত খাই আৰু খাব নোৱাৰিলে। ভাবৰ নদীয়ে দুকুল ওপচাই তেওঁক উগুল থুগুল কৰি তুলিলে। ভাতবোৰ চৰিয়াত বাকি থৈ মুখ ধুই খোৱা শেষ কৰিলে।

—※( ১০ )※-

পঞ্চানন চক্রবৰ্তীয়ে ভাটিবেলা চৰাঘৰতে কেনভাচ চেয়াৰ এখনত বহি হোমিও মেটেৰিয়া মেডিকা আৰু চিকিৎসা প্ৰণালীৰ পুস্তক চাৰি পাঁচখন উলিয়াই ওলট পালট কৈ বিজাই বিজাই পঢ়ি আছে। এনেতে মানুহ এজনে নঙলাৰ পৰা মাত দিলে--"ও কবিৰাজ বাপু আছেনে ?"

"কোনহে ?"

"মই বাপু।" বুলি খেতিয়ক মানুহ এজন ঘৰ সোমাই আহিল। মূৰত গামোচাৰ পাগুৰি এটা আৰু আঠুৰ ওপৰত উঠাকৈ পিন্ধা পানী গামোছা এখন মাত্ৰ গাত। দুয়োখন কাপোৰেই অপৰিষ্কাৰ মানুহ জনে চক্ৰবৰ্তীয়ে একো নোকোৱাকৈয়ে পাৰি থোৱা বেঞ্চ এখনত বহিল।

"হেৰ, তাৰ পৰা উঠ উঠ। সেই তাতে বহ।" চক্ৰবৰ্তীয়ে মানুহজনক ওচৰতে পৰি থোৱা দীঘল কাঠ এডোখৰ দেখুৱাই দিলে। মানুহজনে অপদস্ত হোৱাৰ দৰে হৈ থুচমুচকৈ বেঞ্চৰ পৰা উঠি কাঠডোখৰত বহিল। চক্ৰবৰ্তীয়ে মানুহজনৰ পিনে চাই

তেওঁৰ পিতা প্ৰকৃতিত এবাৰ হাঁহিলে "হেঃ হেঃ হেঃ! —মই তোক কিয় উঠিব দিলোঁ। জান? তোক মই ঘৃণা কৰা নাই। তোৰ জাতক মই ঘৃণা কৰা নাই। তোক মই হিংসাও কৰা নাই। তই আমাৰ খাৰিত বহিব নোৱাৰ বুলি আনৰ দৰে তাকো মই নকওঁ। তথাপি তোক বেঞ্চখনৰপৰা উঠি সেই কাঠ ডোখৰত যে বহিব দিলোঁ। তাৰ মানে শিক্ষা দিলোঁ। কি শিক্ষা? —তোৰ কাপোৰ চুখন দেখিছ? সেই চুখন ধুই লব লাগে। পৰিষ্কাৰ হব লাগে। মানুহ মানুহৰ দৰে হব লাগে। ভূত পিশাচৰ দৰে থাকিব নালাগে। মূৰৰ চুলিবোৰত তেল দিব লাগে। তেহে শৰীৰটো দেখাতো সুশ্ৰী হয় স্বাস্থ্যও ভালে থাকে।—বুজিলি?—হেঃ হেঃ হেঃ। পিচে এতিয়া ক কিয় আহিলি?"

মানুহজনে ঠৎমৎ খোৱাৰ পৰা অলপ পাৰ পোৱা যেন হৈ কলে—"আপোনলোকৰ গোলাম মোৰ ল'ৰা সেইটোৱে। আজি ৮—৯ মাহ ধৰি কি হ'ল! খাব লব নেৰাবে। হাত ভৰিবোৰ শুকাই গৈছে। পেটটো জুলজুলিয়া হৈ ওলাইছে। চকুদুটাও যেখোন হালধীয়া হালধীয়া হৈছে। মুখখন খেলখেলিয়া আক ফুলা ফুলা দেখা হৈছে। ছলি মোৰ সেইটোৱে। তাৰ বাহিৰে আগেও পিচেও নাই। মই কি কৰোঁ! এটা উপায় দিব লাগে।" কথা খিনি কোৱাৰ লগে লগে মানুহ জনৰ চকু ছুটা অশ্ৰু-পূৰ্ণ হৈ আছিল। খুব কাতৰ হোৱা যেন দেখা গ'ল।

"কটাৰ পো! এতিয়া খাটত নাৰ' চপাত আহিছ অসুখাৰ

ওচৰলৈ। মোৰ ওচৰ চাপিব লাগে বুলি এতিয়া কোনে তোক বাট দেখুৱালে? অত দিনে ক'ত মৰিছিলি? আগে চিকিৎসা কৰা নাছিলি?"

"আগে পহিলতে পৰীৰ বাপুৰে ঔষুধ খুৱালো। পিচে জৰ নেৰা দেখি বটল খুৱালো। বটল খুৱাত জৰটো চিপিল। মাজে মাজে উঠা হ'ল। চাৰিটাকে বটল খুৱালো। একো নাই। এতিয়াতো একো খাব লব নোৱাৰে!"

"বটল খুৱাইছিলি? কোন বাপেৰে খুৱাব দিছিল? এতিয়া বটলত সোধগৈ। বটল—বটল—বটল—!...... পাখীৰ খুৱাইছিলি?"

"পাখীৰতো বাপু ই বাৰেবছৰে পৰি মৰিলেও এটাপা পাবৰ নাই।"

"পাবৰ নাই?...তইত ছলিব যম। যমে ধৰিলে ছলিব কি থাকে? হাল বাই বাই গৰুৰ পিচে পিচে ঘূৰি ঘূৰি গৰুতকৈও অধম হৈছ তইত।......এতিয়া কি হব—হাত ভৰি ফিকিব, চকু মুখ ফিকিব—নাড়ী নাভি পেট ফিকিব, তাৰ পিচত তইত ঘা খাই কাটিব। পিচে ক--এতিয়া মই কি কৰিব লাগে।"

"ঔষুধ দিব লাগে বাপু। আপুনি মোৰ মাপা মাই। আপুনি দয়া কৰক।" মানুহজনে কন্দনা মুখ হৈ বহাৰ পৰা উঠি চক্ৰবৰ্ত্তীৰ ভৰিৰ ওচৰতে দীঘল দি পৰিল।

"ঔষধ দিব লাগে নে চিকিৎসা কৰিব লাগে? ঔষধ বছি লাগে দিওঁ লৈ যা। পইচা তইচা একো দিব নালাগে; আক বছি

চিকিৎসা কৰিব লাগে তাৰ ব্যৱস্থা বেলেগ হব। মই নিজে গৈ চাব লাগিব। টকা পৰিব দহটা। উঠ। আৰু শুন—মৰিবৰ যদি আছে মৰিবই। টকা খৰচ কৰিলেও। হঁ।—যদি তোৰ ভাগ্য ভাল, যদি তাৰ আয়ুসৰ টান আছে সি বাচি যাব।'

মানুহজনে সজল নেত্ৰে কৰযোৰে থিয় হৈ কব ধৰিলে—"আপোনাৰ পুণ্য হব বাপু। দুখীয়াক দয়া কৰক। খৰচ যি লাগে তাকেই দিম। টকাতো খৰচ কৰিছোঁৱেই।. ...."

"অঁ—দিবিয়েই মই বুজিছোঁ। তই টকা খৰচ কৰি কৰিয়েই ল'ৰাটোৰ বেমাৰ বেচি কৰিলি। আগেয়ে মোৰ ওচৰলৈ অহা হলে তোৰ টকাও ইমান খৰছ নহলহেঁতেন বেমাৰো ইমান জটিলৰ পিনে নগলহেঁতেন। পিচে তোক এতিয়া এপালিহে ঔষধ দিওঁ। তই লৈ যা। আজি খুৱাই দিবি। অহা কালি ৰাতি পুৱাই গৈ মই নিজ চকুৰে বেমাৰীক এবাৰ চাই আহিম।"

চক্ৰবৰ্তী উঠি গৈ ডাঙৰ ঘৰৰ পৰা হোমিওপ্যাথিৰ ডাঙৰ বাকচ এটা চ'ৰা ঘৰলৈ দাঙি আনি খুলি লৈ কিছু সময় চাই, এটা চিচা উলিয়ালে। তাৰ পৰা বৰি কেইটামান কাগজ এখনত লৈ কাগজখন মুৰি এটা সৰু পুৰিয়া কৰিলে। তাৰ পিচত সেই কাগজখনৰ ওপৰত আৰু এখন কাগজ দি তাকো পুৰিয়া কৰিলে। বাকচটো বন্ধ কৰিলে। এনেতে পদুলিৰ পৰা অহা মাত এটা তেওঁৰ কাণত পৰিল— 'অ' খুড়াদেও ঘৰত আছেনে ?"

"কোন ?" চক্ৰবৰ্তীয়ে তেখেতৰ সজাগ কাণ থিয় কৰি প্ৰশ্ন কৰিলে

"মই খুড়া" বুলি উত্তৰ দিয়াৰ লগে লগেই পৰেশ শৰ্মা আহি ঘৰৰ ভিতৰ সোমাল।

"অ' সোপাহে! বহা সেই চ'কি খনতে। মই এটুকু ঔষধ পালি দিওঁ।" চক্ৰবৰ্তীয়ে ইঙ্গিতেৰে দেখুৱা চ'কি খনত পৰেশ বহিল। চক্ৰবৰ্তীয়ে আৰু এখন কাগজৰ প্যাকেটটো ভালদৰে মুৰি লৈ এবাৰ ডাঙৰ কৈ মাতিলে—"অ' অৰুণ, অৰুণ। "হল তোৰ ঔষধ।" মানুহজনে দুয়োখন হাত যোৰ কৰি আগ বঢ়াই দিলে। চক্ৰবৰ্তীও আলগে আলগে তেওঁৰ হাতত ঔষধ পালি পেলাই দিলে।

"আনুপান কি কি বাপু?" মানুহজনে সুধিলে।

"অনুপান ইয়াৰ একো ন'ই। তই গৈ ল'ৰাটোৰ মুখখন পৰিষ্কাৰ কৈ ধুৱাই দিবি। চাবি-জিভাত যাতে একো মল বা ঝাৰি নাথাকে। ধুই তাঁতাই তিনিখন মান তামোল খাবৰ সময় একো খাবলৈ নিদিবি। তাৰপিচত এই কাগজৰ পুৰিয়াটো জিভাত পেলাই দিবি। তাৰ পিচ'ত আৰু তিনিখন মান তামোল খাবৰ সময় একোকে খাবলৈ নিদিবি। আৰু শুন—পিঁয়াজ নহুন, আদা, জালা, কৰ্পূৰ নাইবা বেলেগ ঔষধ ইত্যাদি এ বা খ বলৈ নিদিবি। বুজিলি?"

"হয় বাপুদেও। পিচ কাগজখন মুখত পেলাই দি পানী-চুনি কিবা?.."

এনে সময়তে চক্ৰবৰ্তীৰ দৈণীকে এবটা তামোল পান আনি পৰেশৰ আগত দিলে। চুচিকটা বগা গুনীয়া মুখখনিৰে

তিকতাজনী। বুকত মেখেল খন আঁটি পিন্ধিছে। মুখত শক গাত-লোৱাখন। কপালৰ আগত সেন্দুৰৰ ফোঁটটো। পৰেশ এই ধুনিয়া তিকতা জনী আগেয়ে দেখা নাই। এই প্ৰথম দেখা পাই তেওঁ তেওঁৰ মুখৰ পিনে অলপ সময়ৰ কাৰণে চাই'ৰ'ল। পঞ্চানন চক্ৰবৰ্তীক খুৰাদেও বুলি মাতিলেও তেওঁৰ এই ৰূপহী বৈণীয়েক জনীক খুৰী বুলি জ্ঞান কৰিবলৈ মনটোত বাধা জন্মিল। পৰে-শৰ এই অৱস্থাটো বুদ্ধিমতী মৃণালিনীৰ বুজি পাবলৈ বাকী নাথাকিল। ডামোল বটাটো এই অপৰিচিত ভতিজাকজনৰ আগত দিয়েই তেওঁৰ চকু মুদিতে এবাৰ নিজৰ দৃষ্টিটো পেলাই সোনকালে তাৰ পাৰ আঁতৰি গ'ল। হোমিও-প্যাথিক সিদ্ধহস্ত পঞ্চানন চক্ৰবৰ্তী আৰু সেই হোজা খেতিয়কজনৰ কোনোৱে দুয়োৰো এই বিষয়ে একো তৰ্কিবই নোৱাৰিলে।

ইফালে খেতিয়কজনৰ কথা শুনি চক্ৰবৰ্তীয়ে কলে "অ'হহো—তই কিবাহে বুজিলি। সৰ্বনাশ কৰিবি দেখিছোঁ। মৰিল তইঁতৰ লগত। এই কাগজৰ পুৰিয়াটো মানে কাগজখন নহয়। ওপৰত যে দেখিছ কাগজখন তাৰ জাপটোৰ ভিতৰত আৰু এখন কাগজ আছে তাৰ ভিতৰত আৰু এখন। বুজিলি? তাৰে ভিত-ৰত আছে বৰি ছটা। তোৰ আগতে দেখোন খলোঁ। সেই বৰি ছটাহে খুৱাবি। বুজিছ—সেই বৰি ছটাহে।"

"ছয়োটা বৰি একেলগে?"

"হঁ—ছটা বৰিয়েই একেলগে। ভাত একো অনুপান নাই। পানী ছুনিও একো নালাগে। বাৰু তই এতিয়া যা মই

বোপাৰ লগত কথা হওঁ।”

মানুহজনে ঘৰৰপৰা পাওঁৰিটো সোলোকাই এমূৰৰ কোণ এটাত ঔষধ পালি বান্ধি ললে। আনটো মূৰত বান্ধি থোৱা গাঁথি এটা সোলোকাই তাৰপৰা সিকি এটা হাতত ললে। তাৰ পিচত সেইটো চক্ৰবৰ্তীক সন্মানে যাচিলে।-“অলপমান পইচা লক।”

“আজিতো পইচা নালাগে। কালি কিন্তু দৰশনী ছুটকা লাগিবই। তাক এৰিবলৈ নাই।”

“কালিও দিম,। আজি এইখিনি লক মাননি হিচাবে। মাননি নহলে বোলে ঔষুধে গুণ নিদিয়ে।”

“মাননি? অ’—মাননি হলে দে। এটা বিশ্বাস। মানুহৰ বিশ্বাসটো ভাঙি দিয়া ভাল নহয়।—থ ইয়াত।” চক্ৰবৰ্তীয়ে টেবিলখন দেখুৱাই দিলে। মানুহজনে সিকিটো টেবিলখনত থৈ পুনৰ দুহাতযোৰা প্ৰণাম এটা জনাই বিদায় হ’ল।

পঞ্চাননে অৱসৰ পাই পৰেশক এতিয়াহে সুধিলে—“কোনো দিনা নহা ল’ৰাটো দেখোন আজি ক’ৰ পৰা ওলালা বোপা?… অ’ অকণ—অকণ!”

ঘৰৰ ভিতৰৰ পৰা মৃণালিনীয়ে মাত দিলে, “দুয়ো ল’ৰা-ছোৱালী ঘৰত নাই।”

“এই ল’ৰা ছোৱালী দুয়োটা—বুজিছা বোপা, ওৱে দিনটো ঘৰত নাথাকে।—এটা সকামত যাতিলেতো নোপোৱা।”

অলপ সময় নিস্তব্ধ হৈ পুনৰ ডাঙৰ ঘৰৰ ফালে লক্ষ্য কৰি মাত দিলে—“চাওঁ তুমিয়ে ধ’পাত এচিলিম লগাই দিয়াচোন। পিচে বোপা মনেমনে থাকিলা যে!”

"মই আপোনাৰ ওচৰলৈকে আহিছো। এটা সমস্যাত পৰিছোঁ। পিচে আপুনি সদিচ্ছা কৰিলে সমাধানৰ পথ দিব পাৰিব বুলিয়েই আহিছো।"

"কোৱাচোন কি সমস্যা। মই সহায় কৰিব পৰা সমস্যা দেখোন তোমালোকৰ নাই।"

"তামোল খাওক।" বুলি বটাখন পৰেশে চক্ৰবৰ্ত্তীৰ কালে আগবঢ়াই দিলে। তেওঁ নিজেও খাইছে।

"মই আহিছো খুৰাদেও—আপোনাৰ ছোৱালীটিৰ কন্যাকাল উপস্থিত। আপুনি এই বিষয় নিশ্চয় ভাবিছে। পিচে কোনোবা কালে কিবা চকু ফুৰাইছেনেকি? যদি তেনে একো মন কৰা নাই তেনেহলে পাত্ৰ এটা মই দেখুৱাই দিব খোজো। আমাৰ মমাইতৰ সুৰেশ দাদাক আপুনি চিনি পায়?"

কথাষাৰ শেষ কৰিয়েই পৰেশ থমকি গল।

"সুৰেশ কোনজন বোপা?"

এনেতে ভিতৰৰ পৰা মৃণালিনীয়ে খপাত এচিলিম লগাই আনি চক্ৰবৰ্ত্তীৰ হাতত দি গ'ল। পৰেশে বৰ সংযত ভাবেই মৃণালিনীৰ কালে মোচোৱাকৈ আনকালে মুখখন ঘূৰাই থাকিল। মৃণালিনী তাৰ পৰা আঁতৰি যোৱাত পৰেশে চক্ৰবৰ্ত্তীৰ কালে মুখখন ঘূৰাই সুধিলে—

—"কি কলে? আমাৰ পৰেশ দাদাক আপুনি চিনি নাপায়?"

হৰ্‌ত্‌ হৰ্‌ত্‌ কৈ একে উশাহে হোকাটোত কেটামান

টান মাৰি চক্ৰবৰ্ত্তীয়ে কলে "বোপা—ল'ৰাবোৰৰ কোনটোৰ কি নাম মই নাজানো। পিচে তেওঁলোকৰ কোনোবা ডাঙৰ ল'ৰা আছেনেকি ?" তেওঁ আকৌ হোকাটো হুপিব ধৰিলে।

অলপ সময় নিমাতে থাকি পৰেশে উত্তৰ দিলে—"নহয় খুৰাদেও পৰেশ দাদাৰেই তিৰোতাজনী চুকাল। ছোৱালী চাৰিজনী আছে। আছে আছে নাই নাই। ছোৱালীতো ছোৱালীয়েই। ডাঙৰজনী শহুৰেকৰ ঘৰলৈ গৈছেই। ল'ৰা আছে এটা সক। খৰচ-পাতিৰ কাৰণে যি লাগে দুই এশ টকা-সিকাও দিয়াব পাৰিম।"

"ছোৱালীৰ ভাগ্যত কি আছে নাজানো বোপা,—পিচে কন্যা দানৰ হে বস্তু। একনী মাত্ৰ ছোৱালী। তাকে বিক্ৰি কৰি ধন গ্ৰহণ কৰাৰ ইচ্ছা মোৰ নাই।" কথাষাৰকৈ তেখেতে ঘৰৰ ফালে বৈণীৰেকক লক্ষ্য কৰি আকৌ এবাৰ মাত দিলে, "এৰা—শুনা,—বোপাটো আহিছে অলপ পানীকে তপত কৰাচোন।"

পৰেশে কলে—"ই একো বিক্ৰিৰ কথা নহয় খুৰাদেও। অভাৱ অসুবিধা হলে নিজৰ ভিতৰত এই দৰে সহায় কৰাকৰিটো বেয়া নহয়। তবে আপোনাৰ ইচ্ছা মহৎ। সেয়ে হব বাৰু। মই তেওঁলোকক আহিব দিম ?"

এইবাৰ হেঃ হেঃ কৰি চক্ৰবৰ্ত্তীয়ে পুনৰ হোকাত হুৰহিলে। চক্ৰবৰ্ত্তীয়ে তেওঁ বেমাৰীক ঔষধ দিবৰ সময়ত বেমাৰীৰ পৰা' সকলো প্ৰশ্নৰ উত্তৰ উলিয়াই যিদৰে মনোনিবেশ কৰি চিন্তা কৰে ঔষধ নিৰ্ব্বাচনৰ বাবে, সেই দৰে চিন্তাযুক্ত হোৱা দেখা গ'ল। তাৰ পিচত

কেইটামান টান মাৰি চক্ৰবৰ্ত্তীয়ে হোকাটোৰ পৰা মুখ তুলি গম্ভীৰ হৈ কলে—"তেওঁলোক আহিব নেলাগে বোপাই, ছোৱালীটিক বেলেগতে দিয়াৰ চেষ্টাত হে মই আছোঁ।"

"দিয়াৰ ঠিক কৰিছে ?"

"ঠিক হোৱা নাই যত্নহে কৰিছোঁ ."

"কতনো—জানিব নোৱাৰেঁ নে ?"

"তাৰিণীক চিনি পোৱা নহয় ?—সি চুবাটোৰ তাৰিণীক ? নোদোকা লেখনিয়াৰ ল'ৰাজন ! সমাজৰ কাৰণে যে খুব কাম কৰে ?"

"আপুনি কৈছে কি ? তাৰিণী—সেই ম্লেচ্ছটোত দিবলৈ খুজিছে আপোনাৰ কন্যাক ? চি চি থুৰাদেও। আপুনি জানে—সি মুছলমান হাৰি দোম যাবে তাৰে হাতে খায় ? তাকতো এতিয়া এঘৰীয়া কৰি থোৱা হৈছে !" খং বিক্ষোভত পৰেশৰ চকু-মুখ ৰঙা পৰি আহিল। মাতটোও খৰ হৈ আহিল।

চক্ৰবৰ্ত্তীয়ে কিন্তু তেওঁৰ কথাত গুৰুত্ব আৰোপ নকৰি নিজৰ প্ৰকৃতিৰেই হাঁহিলে "হেঃ হেঃ হেঃ ! বুজিছা বোপাই, এঘৰীয়াই কৰা বা কোৰায়েই মৰা সিহঁতেই উঠিব বাচি আমি হে ক্ৰমাৎ মৰি যাব্ৰ ধৰিছোঁ।"

মৃণালিনীয়ে দুটা বাটিত দুবাটি চাহ আৰু কাগজ দুখনত দুডোখৰ গুড় আনি টেবুলখনৰ ওপৰত ৰাখি দিলে।

"খোৱা বোপা" বুলি চক্ৰবৰ্ত্তীয়ে হাতৰপৰা হোকাটো টেবুলৰ খুটাত আওজাই থৈ গুড় আৰু চাহৰ সদ্ব্যৱহাৰত লাগি গ'ল।

মন নাথাকিলেও ভদ্ৰতাটোক ৰক্ষা কৰিবৰ বাবেই পৰেশেও চাহ বাটি পি পেলালে। শেষত বটাৰপৰা তামোল এখন পুনৰ মুখত ভৰাই থিয় হল। মই উঠিলো খুবাদেও, আপুনি অনুগ্ৰহ কৰি তাৰিণীৰ দৰে অঘাইত এজনৰ হাতত আপোনাৰ কন্যাক সমৰ্পণ নকৰিব।'

পৰেশ উঠি গ'ল। চাহৰ বাতিটো হাতৰপৰা টেবিলৰ ওপৰত ৰাখি চক্ৰৱৰ্ত্তীয়ে মৃণালিনীক কলে "যোৱা যোৱা—ধপাত চিলিম লগাই লৈ আহা।"



—॥( ১১ )॥—

তুদিনমানৰ পৰা গাওঁৰ মুছলমান চুবা কেইটাৰ ভিতৰত এটা নতুন আলোড়ণৰ ভাব ফুটি উঠিছে। জালালুদ্দিন বঙ্গালী মৌলবী। চহৰৰ বৰমছজিদৰ নামজাদা ইমাম। বছৰে বছৰে দুই এবাৰ গাওঁবোৰলৈ আহে। ধৰ্মৰ বিষয় বক্তৃতা দি অনেক টকা বুটলি মোনা ভাৰী কৰি গুচি যায়। এই বাৰো আহিছে। মছজিদৰ ওচৰৰ গাওঁৰ উমৈহতীয়া ঘৰটোতে আস্তানা পাতিছে। বিভিন্ন ৰকমৰ মানুহৰ সমাগম তেওঁৰ ওচৰলৈ। মইনা, মনেৰতী আৰু কাফিয়া বাতি পুৱাই আছে। তেওঁলোকৰ অনেক দিন ধৰি পেটৰ অসুখ—পানীজৰা খালে অলপ ভাল পায়। হাবিলছা আহে তেওঁ বিয়া কৰাবৰ পাঁচ বছৰ হ'ল ল'ৰা-ছোৱালী নাই তিৰোতাজনীৰো শুকোৱা ক্ষীণোৱা অৱস্থা—তাবিজ আৰু পানী জৰাই জানোছা আল্লাৰ ৰহম টানি আনে। চেৰোআলী আহে মৃত বাতিয়া মহাজনৰ বিধৱা ঘৈণীয়েকজনী আনিবলৈ বেচেৰাই ৮ মাহ জুৰি যত্ন কৰিছে; কথাটোত তাৰ নিজৰ ঘৈণীয়েকজনীয়ো সন্মত নহয় বিধৱা-জনীয়ো সন্মত নহয়;—মৌলবী ছাহেবে দুয়োকো সন্মত কৰাৰ বিষয়ে

তাবিজ-কাৰণ দি, যেনেতেনে কথাটো 'হয়' কৰিব লাগে। মৌলবী জালালুদ্দিন ছাহেব মকবৰ্ধ্বজৰ দৰেই প্ৰত্যেকজন মানুহৰেই প্ৰতিবিধৰ লকামত আছে। গতিকে ৰাতিপুৱা শুই উঠিবৰ পৰাই নিশা টোপনিত পৰালৈকে স্বাৰ্থযুক্ত মানুহবোৰ তেওঁৰ ভৰিৰ ওচৰৰপৰা নুগুচে। এই লোকবোৰৰ কাৰণে ধীৰ-সুস্থিৰে তছবি জপিবলৈও তেওঁৰ সময় নাই। গতিকে আনৰ লগত কথা কওঁতেও হাতৰ আঙুলিৰে তছবিৰ দানা এটাৰ পিচত আনটো কৈ ঠেলি থকা দেখা যায়। মুখখন লোকৰ লগত কথাত প্ৰয়োগ কৰা থাকিলেও হাতৰ আঙুলি তছবি দানাত ব্যস্ত।

এই সৰ'গুণী মৌলবী ছাহাবৰ পৰিধান-পাৰিপাট্যও চমৎকাৰ। কাবুলিৰ দৰে ৰাবৰিকাট দিয়া চুলিৰ ওপৰত চিক্‌মিকিয়া মিহি কাপোৰৰ পাগুৰি। ডিঙিৰ পৰা ভৰিৰ গোৰোহালৈকে বৈ পৰা দামী কাপোৰৰ আৰবী জুব্বা। তাৰ তলত জুৰিদাৰ পায়জামা। ভৰিত বেচমৰ মোজা। তাৰ ওপৰত দামী জুতা। চিৰ্‌চিৰিয়া দাড়িৰ দ্বাৰা মুখখন বেছ সুশোভিত। তাৰপৰা আঁতৰৰ সুগন্ধ অবিৰাম বৰই লাগিছে। চকুদুটিত দামি চোৰমা। চোৰমামণ্ডিত পাৰ চাৰিটাৰ মাজত নয়ন-তাৰকা দুটি তিৰাবিৰাই উজ্জল হৈ থাকে। তাৰ ওপৰত্তো বোল্ড্‌গোল্ড্‌ৰ ফ্ৰেম লগোৱা চচ্‌মাযোৰ পৰিধান কৰিলে শোভাটো আৰু বৃদ্ধি হৈ উঠে।

মৌলবী ছাহেবৰ বিলাস-সম্ভাৰ শৰীৰৰ ওপৰত ব্যৱহৃত এই খিনিতেই শেষ হোৱা পৰিমাণৰ নহয়। তেওঁৰ এনে ধৰণৰ

দামী দামী জিনিছ-পত্ৰ সমুদায় গৰুগাৰী এখনৰ ভালদৰে বোজা এটা হয়।

এই গুণী সমৃদ্ধিশালী মৌলবীজনক ওচৰত এইবাৰ মকবুল আলী, গঙ্গামোল্লা, মফিজ, আদিৰ অহাযোৱা দাৰাত কৰা আদি সম্ভাৱৰ মাত্ৰা বেচি। পৰেশ শৰ্মা আৰু তেওঁৰ দলৰ হিন্দু কেজনমানৰো যাতায়তি দেখা গৈছে।

চাওঁতে চাওঁতে এখন মস্ত মিটিং। তিনি-চাৰিটা চুবুৰিৰ মুছলমান আৰু অনেক হিন্দুও উপস্থিত। মহা হৈচৈ তোল-পাৰ। সেইদিনাৰ বিষয়ালোচনাৰ আচামী আনোৱাৰ-তেওঁৰ যৈণীয়েক ছফিয়া ওগয়ৰাহ। গাওঁৰ মছজিদৰ বহল চোতালখনৰ এটাফালত পৰেশ শৰ্মা আৰু তেওঁৰ সঙ্গী হিন্দু কেইজনমানে মুছলমানৰপৰা আঁতৰি থাকিব পৰাকৈ আসন লৈছে। তেওঁলোকৰ অনতি দূৰত মিনাৰাম দাস আৰু প্ৰগতি-পন্থী কেজনমান হিন্দু। বাকি ফালটোত মুছলমান-ডেকা-লৰা বুঢ়াই গিজ্‌গিজ্‌ কৰিছে। চোতালৰ মূৰৰ এটা কোণত কেইজনীমান তিৰোতা আৰু ছোৱালী। সভাৰ মাজত ধূম-পানৰ এটা আমেজ আৰু তামোল পানৰ বেচ জাউৰি চলিছে। গঙ্গামোল্লা আৰু মকবুলৰ ঘনাই অহাযোৱা চলিছে। মাজে মাজে পৰেশ শৰ্মাৰ ওচৰ চাঁপি আনে নুশুনাকৈ কিবাকিবি কোমাকুই কৰাও দেখা গৈছে।

ভাটিবেলা ঠিক তিনিটা বজাত পূৰ্বোক্ত মৌলবী জালা-লুদ্দিন চমৎকৃত বেশভূষাৰে তেওঁ থকা ঘৰটোৰ পৰা ওলাল।

অবশিষ্ট নিজৰ ওপৰত যথেষ্ট দ খ্রিত আৰু সম্ভ্ৰম স্থাপন কৰি সুসজ্জিত ভাবে ৰাখি থোৱা নির্দিষ্ট চকীখনত বহিল। আসন গ্রহণ কৰিয়েই এবাৰ তেওঁ থিয় হ'ল। এবাৰ জনতাৰ ওপৰত চাৰিও পিনে চকু ঘূৰাই লৈ অতি-গম্ভীৰ ভাবেৰে কইলৈ ধৰিলে—"আপোনালোকে ইয়াত কিয় উপস্থিত হৈছে সকলোৱে জানে। চৰিয়তৰ খেলাফ মস্ত গুনাহৰ কাম। চৰিয়তৰ হুকুম ভঙ্গ কৰা লোকক শিল দলি দলিয়াই মাৰি পেলাবৰ হুকুম আছে। কিন্তু আমি তেনেধৰণৰ শাস্তি পৰাধীন দেশত দিব নোৱাৰিলেও ডবা আদিৰ বিধান আমাৰ আছে। ইয়াৰ পিচত আপোনালোকৰ কাৰ কি ফৰিয়াদ আছে হাজিৰ কৰক। হাদিছ মোতাবেক বিচাৰ হব। যাৰ যি শাস্তি হয়, দোষী সকলে গ্রহণ কৰিব লাগিব। সেইটো মোৰ হুকুম নহয় হুকুম হব বাইজৰ তৰফৰ পৰা। এতিয়া কওক কাৰ কি কব লগা আছে।"

মৌলবী চাহাবে আসন গ্রহণ কৰিলে। বাইজৰ মাজত এটা গুঞ্জনধ্বনি উঠিল। পৰেশ, গজামোল্লা আৰু মকবুলৰ মাজত দৃষ্টিবিনিময় ঘটিব ধৰিলে।

এনেতে বাইজৰ মাজৰপৰা ডেকা এজনে হঠাতে থিয়দি কথলৈ ধৰিলে—"জোনাব মৌলবী চাহাব আৰু বাইজ!" ডেকাজনৰ এই অভাবনীয় কথাবাৰ শুনি সকলোৰে দৃষ্টি তেওঁৰ পিনে গ'ল। তেওঁ কাবোকালে লক্ষ্য নকৰাকৈয়ে কৈ গ'ল—"সকলো বিচাৰ চৰিয়তৰ কানৰ পৰা হোৱাটোৱেই কাম্য। আমাৰ জমাতৰ মহম্মদ মকবুলে তেওঁৰ বন্ধু পৰেশ শৰ্মা আদিৰ লগত সদায় ভাং খায়। মই প্রথমেই গোচৰ দিলো।—এই বিচাৰখন হব লাগে।" ডেকাজন বহি গ'ল।

তাৰ পিচত আকৌ এজন থিয় দিলে—"জোনৰ মৌলবী ছাহাব আৰু ৰাইজ, আমাৰ সকলোৱে জানে সুদখোৰা ইছলামত হাৰাম আমাৰ মছজিদৰ ইমাম গঙ্গামোল্লাই সুদ খায়। তাৰ সাক্ষী মই ইয়াতেই দিম। মেলত ভেটিও খায়। তেওঁৰো সুবিচাৰ আজিয়েই হৈ যাওক। ডেকাজন বহিল। ৰাইজৰ মাজত এটা চঞ্চলতা জাগি উঠিল। পৰেশ আৰু মকবুলইঁতৰ মুখৰ জ্যোতি ক'লা পৰি আহিল। তেওঁ বহাৰ পিচতে আকৌ আন এজন থিয় দিলে—"ৰাইজ সকল, আপোনালোকৰ অনেকেই জানে মকবুল আলীয়ে আজি এবছৰৰ আগতে নিজৰ তিৰুতা-জনী তালাক দিছিল। নিয়মমতেই তেওঁ তালাক দিছিল—তালাক দিয়া বুলি নিজেও যাৰে তাৰে আগতে কৈ ফুৰিছিল। কিন্তু মোল্লা-ছাহেবৰ বিধানানুসাৰেই তেওঁৰ আজিও সেই জনীয়েই ঘৈণীযেক, মৌলনা ছাহাবে এইটোৰো আজি এটা সুবিচাৰ কৰি দিবক।'

জালালুদ্দিন মোলবী ছাহেবে ৰাইজৰ মুখৰ ওপৰেদি এবাৰ চাৰিও ফালে তিৰবিৰিযা দৃষ্টিটো ঘুৰাই ললে। শেষত গঙ্গামোল্লাৰ দুচকুৰ ওপৰত নিক্ষেপ কৰিলে। মোল্লাই তলমূৰ কৰিলে। তেওঁৰ মুখখন কাটিলেও তেজ নোলোৱা বিধৰ হৈ পৰিছে। মোলবী ছাহেবৰ দৃষ্টিটোও নিৰুৎসাহিত হৈ পৰিল। অলপ সময়ৰ কাৰণে ৰাইজৰ মাজত এটা অবুজ গুঞ্জন ধ্বনি উঠিল যদিও একেলাণিয়ে দাখিল কৰা ফৰিয়াদৰ নেজ চিগা যেন হ'ল। হয়তো মোলবী ছাহাবেও নিজৰ আসনত বহি অলপ উশাহ পোৱা যেন পালে। এনেতে ভালেখিনি দূৰত ৰাইজৰ মাজৰ পৰা এজন চচমা পিন্ধা গহীন গম্ভীৰ ধৰণৰ চাপৰে ডকা ল'ৰা থিয় হৈ আৰম্ভ কৰিলে।—'ৰাইজৰ ভাই-ভনী সকল, আজিৰ সভাৰ

উদ্দেশ্যটো আছিল বেলেগ কিন্তু ইয়াৰ গতি-স্ৰোত বিভিন্ন মুখেহে চাল খালে। বিয়েই নহওক, বি পক্ষৰেই নহওক মই ফৰিয়াদী সকলক এটা প্ৰশ্ন কৰিব খোজোঁ। মোৰ প্ৰশ্নটো হ'ল এই যে আপোনালোকে কাৰ ওচৰত বিচাৰৰ দায়িত্ব আৰোপ কৰিছে নাইবা কাৰপৰা সুবিচাৰ পাবলৈ আশা কৰিছে? মই কওঁ—আপোনালোকৰ দাতা সুবিচাৰ দানৰ বাবে অক্ষম।" ৰাইজৰ মাজৰ পৰা উঠা গুঞ্জন ধ্বনিটো নিস্তব্ধ হৈ গ'ল। সকলোৰে চকু তেওঁৰ ওপৰত পৰিল। ৰাইজৰ হয়তো দুএজনৰ বাহিৰে আনে তেওঁক চিনিয়েই নাপায়। মৌলবী ছাহাবৰ তীক্ষ্ণ আৰু হিংসুক দৃষ্টিটোও তেওঁৰ ওপৰত পৰিল। মানুহবোৰ অপৰিচিত হলেও তেওঁ অবিচলিত ভাবেই কৈ যাব ধৰিলে—"আপোনালোকে জানে—মৌলবী ছাহাব ভাটিৰ ফালৰ বঙালৰ লোক। তেখেত আহিছে বক্তৃতা দিবৰ বাবে। বক্তৃতা দি টকা অৰ্জাটো তেখেতৰ এটা ব্যৱসায়। কথা কলে টকা পায়—সেই কাৰণে তেখেতে কথা কয়। এবাৰ যদি তেখেতক টকা নিদিয়ে তেনেহলে দ্বিতীয় বাৰ আপোনালোকৰ মুখ চাবৰ বাবে তেখেত ইয়ালৈ নাহিব। দ্বিতীয়তে তেখেতে চহৰৰ মছজিদত ইমাম-গিৰি কৰে। ইমামৰ কাম হ'ল পাঁচ ওক্তেই মছজিদত নামাজ পঢ়োৱা। তাৰ বাবে তেখেতে মোটা দৰ্মহা আদায় কৰে। এবাৰ দৰ্মহা দিয়াৰ অলপ গণ্ডগোল লাগোঁতে আনকি তেখেতে তিনিটা শুক্ৰবাৰত ইমাম হৈ জুমা নপঢ়িলে। অৰ্থাত এখেতে নামাজ পঢ়ে বা ধৰ্ম-কাজ কৰে অকল ধনৰ বিনিময়ত, ধৰ্মৰ কাৰণে ধৰ্মকৰা তেখেতৰ অভ্যাস নাই। আনফালেদি চাওক-তেখেতৰ গাৰ এটা-জুব্বা বা এটা পাঞ্জাবী দাম আপোনালোকৰ কাৰোবাৰ গাত আছেনে? তেখেতৰ শৰীৰৰ

সাজ-সজ্জাৰ এই নবাবীয়ানা পূৰ্ণ মাত্ৰাই অহংকাৰৰ পৰিচায়ক। অথচ তেওঁলোকে আমাৰ দুখীয়া ৰাইজৰ পৰাই টকাবোৰ সংগ্ৰহ কৰি ইমান ছান-ছওকতত খৰচ কৰি নিজৰ গৰ্ব-অহংকাৰ বৃদ্ধি কৰিছে। আপোনা-লোকে চাওক তেওঁলোকে আমাৰ হজৰতৰ ছবিয়াত ছুন্নাত আদিৰ বিষয়ে বক্তৃতা শুনাব; অথচ তেখেতৰ জীৱনৰ মহৎ আদৰ্শবোৰ ধ্বংস কৰিব তেওঁলোকেই। নামাজ-ৰোজা বজাৰতো কেৱল খোদাৰ কাৰণ; মছজিদত কৰা ইমামতিৰ কাৰণে টকা গ্ৰহণ কৰা জানো হাৰাম নহয়? হজৰতৰ জীৱনত আদৰ্শ আছিল—অহংকাৰ আদি দনুজতাবোৰক দমন কৰিব পৰা প্ৰকৃতি আৰু সবল জীৱন গঢ়ি তুলিব পৰা কৰ্মবোৰ সমাধা কৰি যোৱাটো। কিন্তু এখেত সকলে সেই সৰলতাকেই ধ্বংস কৰি জীৱনক জন-সাধাৰণৰ পৰা আঁতৰাই অহংকাৰপূৰ্ণ হিচাবে চলাই গতি কৰাটোৰ দ্বাৰা আমাৰ হজৰতৰেই জানো বিৰোধিতা কৰা নহয়? তেখেতৰ জীৱনৰ আদৰ্শ আছিল সেৱা আৰু প্ৰেম। এখেত সকলৰ জীৱনৰ আদৰ্শ শোষণ প্ৰবঞ্চনা আৰু ভোগ।..."

এনেতে ৰাইজৰ একাষৰ পৰা আনোৱাৰক এজন ল'ৰাই বাতৰি দিলেহি যে তেওঁৰ শহুৰেকৰ বেমাৰ টানৰ ফালে গতি কৰিছে। যেনে আছে তেনেই যাব লাগে। তেওঁ তৎক্ষণাত থিয় হৈ দুহাত যুৰি কলে—"ৰাইজ, এজন ভদ্ৰলোকে কথাকৈ থাকোঁতেই আপোনালোকক অসুবিধাত পেলাবৰ মই ইচ্ছা নকৰোঁ। মই এটা জৰুৰী সকামৰ বাবে বিদায় লব লগাত পৰিলোঁ। মাফ কৰিব।" কৈয়েই তেওঁ একেবাৰেই বাহিৰ হৈ গ'ল।

এই চেগতে সুবিধা পাই মৌলবী জালালুদ্দিনো থিয় হৈ ৰাইজক

সম্বোধন কৰিলে—ৰাইজসকল, বাক্তে কথা কবৰ ঠাই ই নহয়। মূল বিচাৰটো যাৰ ওপৰত আছিল তেওঁ উঠিয়েই গ'ল। এতিয়া আছৰৰ নামাজৰো আজানৰ সময় হৈছে। আজিলৈ সভাভঙ্গ কৰা হ'ল।" কথাষাৰ কৈয়েই আসনৰপৰা উঠি তেওঁ নিজৰ বহা ঘৰত প্ৰবেশ কৰিলে। ৰাইজৰ মানুহেও উঠা উঠি কৰি হাহাকাৰ লগালে: সকলো হাহা-কাৰ'ক তল পেলাই শব্দ উঠিল—"এওঁলোক নিজেই ভণ্ড, ধৰ্মৰ নামত বেপাৰ কৰি ফুৰা লোক; আনৰ বিচাৰ কৰিব কি।"

বক্তাজনৰ শব্দটো মাৰ গ'ল। উশৃঙ্খল জনতাৰ মিলিত শব্দ টোৱে এটা বিশাল আকাৰ ধাৰণ কৰি দূৰলৈকে বিয়পিলে।

—❋১২❋—

তাৰিণীয়ে ওৱে দিন ছাইকেল চলাই এখন কছাৰী গাওঁ পালে। গাওঁখন বঙিয়াৰ পৰা ভোটানৰ ৰাস্তাত। তেওঁ যি ঠাইত চাইকেলৰ পৰা নামি থিয় হ'ল। তাতে পূবৰ ফালৰপৰা এটা সৰু ৰাস্তা আহি লগ লাগিছে। ঠাইডোখৰ বনজঙ্গলে ভৰা। পূবৰ ফালে সোমাই যোৱা ৰাস্তাটোও ঘন বাঁহৰ আৰু আৰু বেলেগ বেলেগ গছবৃক্ষই ঘেৰা। ৰাস্তা-টোত ম'হ আৰু গৰুৰ গাৰীয়ে কৰা সৰু সৰু লিক দুটাৰ বাহিৰে বাকী মাজৰ আৰু কাষৰ ঠাইবোৰ বিৰিণা বনেৰে ভৰি আছে। ফাগুন মহীয়া দিনৰ বাবে, শীতৰ কোব খাই বিৰিণাৰ আগবোৰ শুকাই গৈছে। তাৰ তলৰ এছোৱা ৰঙা পৰিছে, গুৰিৰ ফালে কিছু অংশ মাত্ৰ কৰ্কশ সেউজীয়া হৈ থিয় দি আছে। শুকান ফাগুনী পছোৱাৰ নীৰস বাৰ' লাগি বাঁহৰ মাজৰ পৰা মাত ওলাইছে—'ক-ৰ্-ৰ্-ৰ্-টু,, কি"-"-"-টু। লগে লগে উঠিছে সৰাপাতৰ সুমধুৰ মৰ্মৰ ধ্বনি। হয়তো এই ধ্বনিবোৰেই আবাহন আৰু ওলগ জনাইছে প্ৰকাশ পাব ধৰা আৰু অপ্ৰকাশ হৈ থকা অনুবোৰক। হয়তো গগনৰ পশ্চিম প্ৰান্তত উপস্থিত হোৱা অস্তগামী বেলিটিকেই বিদায় সম্ভাষণ জনাইছে।

তাৰিণীয়ে থিয় হৈ চাইকেলখন গাত আওজাই লৈ চাইকেলৰ হাণ্ডেলত ওলোমাই দিয়া মোনাখনৰপৰা ফ্লাস্ক এটা উলিয়াই, তাৰ পৰা কেইঢোক মান পানী পি ললে। তাৰ পিচত সেইটো পুনৰায় মোনাখনৰ ভিতৰত সাৱধানে ৰাখি চাইকেল খন ৰাস্তাটোৰ লিকটোৰে ঠেলিনিব ধৰিলে। অলপ দূৰ গৈয়েই পুনৰ আৰোহণ কৰিলে। ধীৰ গতিত চাইকেল চলিল। সেই জাৰণিৰ মাজে মাজে দুই এঘৰ কছাৰী মানুহ। ঘৰবোৰ সক জুপুৰি। সহজ সৰল তেওঁলোকৰ জীৱন যাপন প্ৰণালী। উচ্চ আশা, কৃত্ৰিমতাৰ হেপাহ নাই তেওঁলোকৰ চাল চলনত। নোদোকা তেজাল ল'ৰা ছোৱালীবোৰ—ডেকা গাভৰুবোৰ। হাঁহি ভৰা তেজাল মুখ, দৃঢ় শৰীৰ, বিশাল বুকু, বলীবাহু আৰু সৰু চকুৱে তেওঁ-লোকৰ পৰিচয় দিয়ে এটা প্ৰাচীন ফৈদৰ। বনৰীয়া বাঘ ভালুক গাহৰি আৰু বিৰাল সাপৰ লগত যুঁজি হাৰি ভাঙি তেওঁলোকে অসমৰ বুকু শস্য-শ্যামল আৰু ভাগ্য গৌৰৱশালী কৰি তুলিছে।

এই পিচপৰা ঠাইবোৰৰ পৰাই বছৰে হাজাৰ হাজাৰ মোন শস্য বাহিৰ হৈ যায় আধুনিক বিলাস-সম্ভাৰেৰে পৰিপূৰ্ণ—সভ্যতাৰ ভেমত গুকন্দি উঠা চহৰ নগৰবোৰলৈ। বেপাৰীবোৰৰ প্ৰবঞ্চনাৰ শোষণ, ৰজা ঘৰৰ শাসনৰ কবলত জৰ্জৰিত এই কম বুদ্ধিৰ হোজা খেতিয়কবোৰ। অথচ এই পিচ পৰি বনৰ মাজত বনৰীয়া হৈ থকা মানুহবোৰৰ বাবে তিলাৰ্ধও উপকাৰ কৰা বুলি নাইবা এক মুহূৰ্তও চিন্তা কৰা বুলি গৌৰৱ-শালী সভ্য সকলে বুকু ফুলাই কব নোৱাৰে।

তাৰিণীয়ে বনৰ মাজৰ ঘৰবোৰ এৰি এৰি এমাইলতকৈ অলপ কম বাট যোৱাৰ পিচত সম্মুখত এটা দ জান পালে। জানটোৰ পাৰদুটা

জুৰৰ পৰা কাটি চলাই গাড়ী উঠা নমা কৰিবপৰা কৰা হৈছে। তেওঁ সেই চলাটোৰে চাইকেলখন সাৱধানে নমাই দিলে। জানটোৰ তলিৰে জুৰ্ জুৰ্ কৈ পানীৰ সৰু সোঁত এটা বৈ আছে। পানীখিনিৰ ওচৰতে তেওঁ নামি পাৰটোত চাইকেলখন আওজাই থৈ হাত মুখ ভৰিবোৰ এবাৰ ভালদৰে পখালি ললে। মুখ হাত আৰু মূৰটো কমালেৰে মচি কমালখন জোকাৰি পুনৰ জেপত ভৰাই চাইকেলখন ঠেলি ওপৰলৈ তুলিলে। সেই ফালে তিমান জাৰণি নাই। দূৰলৈকে পথাৰখন আধামৰা ঢোৰা বিৰিণা বনেৰে ভৰা। তাৰ সিফালে খেতিৰ বাবে মাটিবোৰ বহু দূৰলৈকে চহোৱা। ৰাস্তাৰ তেনে চিন নাই মাত্ৰ গাড়ীৰ চকাটো পাৰৰ পৰা কুৰি নলমান দূৰতে দেখা যায় এখন কলনি। অলপ দূৰ গৈয়ে তেওঁ চাইকেলৰ ঘাণ্টিটো এবাৰ বজাই দিলে। কছাৰণী ডেকা তিকতা এজনী ওলাই আহি পুনৰ ভিতৰ সোমাই গ'ল। তাৰ পিচত ওলাই আহিল দুজন ডেকালোক। এজন কছাৰী আনজন নীৰেন ডেকা।

"স্বাগতম শৰ্মাজী!" কছাৰী ডেকাজনে অভিবাদন জনালে।

"ভাল আপোনালোকৰ?"

"ভাল। বলক।"

তিনিও সেই কলনিৰ মাজত থকা ঘৰলৈ খোজললে। শেষ ৰঙীণ কিৰণটো মেলিদি দিনমনিয়ে সেই দিনালৈ পশ্চিম দিগন্তৰ পৰ্দা তানিলে।

বহল কলবাৰী খনৰ মাজৰ ঘৰটো বিপন কছাৰীৰ। বিপন তাবিণীক আগবঢ়াই নিবলৈ অহা ডেকা জনেই। প্ৰথমে ওলাই অহা গাভৰুজনী তেওঁৰ ভৈণীয়েক চম্পা। আনোৱাৰৰ পৰিচালনাত চলা বিপ্লৱী দলটোৰ এইটো এটা প্ৰধান আড্ডা। ইয়াতেই তেওঁলোকৰ

প্ৰচাৰৰ প্ৰধান আহিলা মুদ্ৰা যন্ত্ৰ সুৰক্ষিত ভাবে স্থাপন কৰা হৈছে। প্ৰেচৰ কাম কৰা কৰ্মী সকলে ইয়াতে নিভ'য় ভাবেৰেই সুকলমে প্ৰচাৰৰ প্ৰেচৰ কাম সমুদায় সম্পন্ন কৰে।

বিপন কছাৰীও এজন প্ৰেচৰ কামজনা কলেজীয় শিক্ষা পোৱা যুবক। মেচিনৰ আৰু কম্পোজৰ কাম ঘৈণীয়েক চম্পায়ো শিকি লৈছে। আৱশ্যক হলে তেওঁৱো দিনৰাতি নোহোৱাকৈ প্ৰেচৰ কামত খাটে। প্ৰেচৰ কাম কৰিব পালে তেওঁৰ আনন্দ পাৰ উপচি পৰে।

আচলতে চম্পা দক্ষিণ কামৰূপৰ ৰাভা ছোৱালী। দুয়ো কলেজত পঢ়ি থাকোঁতে প্ৰণয়-পাশত আবদ্ধ হয়। লগতে দুয়োৰো বৈবাহিক সম্বন্ধ ঘটে। বিপনৰ পিতাক ঢুকোৱা কাৰণে দুয়ো ঘৰলৈ আহি খেতিত লাগে। নিজৰ খেতিপথাৰ আছে। স্বামী-স্ত্ৰী দুয়ো একেলগে খেতি কৰে। সেই শস্যেৰে বিপ্লৱী অতিথি সকলৰ আহাৰ যোগায়।

তিনিও গৈ ঘৰ পালতে ধুনীয়া চম্পাই মাত দিলে "অ'-শৰ্মা ভাই হে। মই প্ৰথমতে কোনোৱা বুলিয়েই জানিছিলোঁ। বহক ইয়াতে।" তেওঁ পাৰিঃথোৱা চাঁধি দুখন দেখুৱাই দিলে। বিপনে তাৰিণীৰ হাতৰ পৰা চাইকেলখনলৈ চোতালৰ দক্ষিণৰ ফালৰ ঘৰটোৰ বেৰত আওজাই থলে। তাৰিণীয়ে চাইকেলৰ ফালে চাব এৰি চম্পাৰ ফালে চাই কলে—"বউটি, খবৰ ভাল?"

"ভাল ভাই। পিচে হঠাতে ওলালহি দেখোন।"

"সেইবোৰ কথা পিচতো হব—আগেয়ে..............আপুনি জানেইতো?"

তাৰিণীৰ হাঁহি মুৱা কথা কেইষাৰৰ জবাব চম্পাজো হাঁহি মুখেই দিলে—"জানো—শৰ্মা ভাই চাহখোৰ হিচাবে অসমতে প্ৰবল হব। এই কৰি দিছোঁ।

তেওঁ ঘৰৰ ভিতৰ সোমাল। "শৰ্মাজী আপুনি বহক," বুলি বিপদে গৰু-গাই কেইটা ভালদৰে বান্ধি থবলৈ গোহালীলৈ গ'ল। নীৰেন আৰু তাৰিণী শৰ্মা দুয়ো বহিল। হাতত একাপী মালভোগ কল লৈ হাঁহি মুখেৰে চম্পা ওলাই আহিল। "শৰ্মা ভাই, আপুনি বৰ ভাগৰে ভাগৰে আহিছে। আগেয়ে কলকে খাওক—মই এই চাহ কৰি আনিছোঁ।" চম্পাই কলৰ আৰীটো তাৰিণীৰ ওচৰত ৰাখি খন্ত থৈ কি ভিতৰলৈ যাবলৈ উদ্যোগ কৰিলে। "আঃ বউটিৰ যোগৈ পৰম কথ নহয়।" চম্পাৰ পোহৰ মুখ মণ্ডলৰ পৰা আ.কৌ এটি হাঁহিৰ ৰেখা বিকশিত হৈ উঠিল। "খাওক, মই চাহ কৰোঁগৈ।"

তাৰিণীয়ে সম্মতি জ্ঞাপন কৰিলে—"ধন্যবাদ।"

"কল লোৱাহে নীৰেন।" কলৰ আৰীটো হাতত তুলি লৈ শৰ্মাই নীৰেনক কলে।

"লোৱা তুমিয়ে, ভোক লাগিছে।"

"লোৱা তুমিও" আৰীৰ পৰা কেইটামান কল ছিণ্ডি তেওঁৰ ফালে দিলে। তেওঁ গ্ৰহণ কৰিলে।

ইয়াৰ ভিতৰত তাৰিণীক আগৰচুাই আনিব যোৱাৰ পৰা ঘৰপোৱালৈকে সময় থিনিতে কিবোৰ সম্প.ৰ্ক তেওঁলোকৰ কথা হৈছে। তাৰিণীয়ে জানিব পাৰিলে তেওঁ যোৱাৰ আগ দিনাই কিবোৰ কাগজ-পত্ৰ লৈ অসমৰ পূব সীমান্তৰ ফালে গুচি গ'ল। বৃটিচৰ চাকৰি কৰা

নৈহেবোৰৰ মাজত বিতৰণ কৰিব লগা কাগজ পত্ৰবোৰেই তেওঁ লৈ গৈছে।

দুয়ো কল খাই থকা অৱস্থাতেই গৰু-গাই বন্ধা শেষ কৰি বিপন তেওঁলোক দুজনৰ ওচৰত থিয় হ'লহি। আনোৱাৰ চাহাবৰ খবৰ ভাল নে?" তেওঁ প্ৰশ্ন কৰিলে।

"খবৰ ভাল। পিচে আজি তেওঁৰ বিৰুদ্ধে এখন মস্ত মেল বহিব। কঁৰবোৰ বোলে এজন বিদেশী মৌলনা আহিছে গাওঁৰ কেইজন মানে তেওঁৰ ওচৰত গোচৰ দিছে।"

"কিহৰ বাবে?"

"প্ৰথম—তেওঁ আমাৰ লগত একেলগে খোৱা লোৱা কৰে। দ্বিতীয়—তেওঁৰ দৈনীয়েক ছফিয়া বৌটিয়ে বোলে ইছলামৰ নৰ্দা প্ৰথা ভঙ্গ কৰি স্কুল কৰিব যায় আৰু পৰ-পুৰুষৰ-লগত কথা কয়।"

'মূৰ্খ সিহঁত। ছফিয়াৰ দৰে তিৰোতা এজনীক সিহঁতে যে সিহঁতৰ মাজত পাইছে—কিমান সৌভাগ্য!....মূৰ্খবোৰে এনেকৈয়ে সৌভাগ্যক ঠেলি পঠিয়াই আহিছে। স্কুল চলিছেতো ভাল?"

"ভালেই চলিছে।"

চম্পাই চাহ তিনি কাপ আৰু উহোৰা কণী তিনিটা এখন ঠালতকৈ লৈ তিনিওঁৰো আগত আনি থলে।

'মোলৈ ও আনিলানে কি?" বিপনে সুধিলে।

"আপুনি আৰু চাই থাকিবনে?" চম্পাই কলে।

"ইস—মোলৈও এওঁৰ মৰম আছে বৰা!" বিপনে হাঁহিলে। ক্ষীণ অন্ধকাৰৰ মাজতো তেওঁৰ হাঁহিটো পোহৰ হৈ উঠিল। চম্পা পুনৰ ঘৰটোৰ ভিতৰলৈ সোমাই গৈ হাৰিকেন লেম এটা জলাই আনিলে।

ঘন হৈ অহা অন্ধকাৰটো ঠাইখনৰ পৰা আঁতৰি পৰিল। তিনিও চাহ খালে।

"ডেকা আপুনি উঠক। শৰ্মাৰ ভোক লাগিছে নহয়। আপুনি চাউলকণটা বহাই দিয়া গৈ।" বিপনে নীৰেন ডেকাক কলে। চাহ খোৱা শেষ হলত নীৰেন! তেওঁৰ নিজৰ থকা ঘৰলৈ গৈ সক লেমটো জ্বলাই পাক-ঘৰত সোমালগৈ। চম্পা আহি পিয়ালা তিনিটা থালত ভৰাই ললে। "ভাল তৰকাৰী আমাৰ কি আছে দিয়াগৈছোন" বিপনে থৈণীয়েকক কলে। তেওঁ ভিতৰ সোমাই গৈ আকৌ ডালা এখনত কণী দুটা, কেইটামান আলু আৰু কেইটামান বেঙেনা লৈ ওলাই আহিল। নীৰেন ওলাই আহি সেইকেইটা নিজৰ পাক-ঘৰলৈ লৈ গ'ল।

"মই অলপ বাগৰ দিওঁ ককাইটি।"

"তেখেতৰ বিছনালৈ যাব নে ইয়াতে বাগৰ দিব ?"

"ৰব তেনেহলে। বালিছ আৰু কাপোৰ আনি দিওঁ।"

বিপন নীৰেনৰ শোৱা ঘৰটোলৈ সোমাই গৈ বালিছ আৰু কাপোৰ আনি সেই চাং-খনতে পাৰি দিলে। তাৰিণীয়ে বাগৰ দিলে। বিপনে ওচৰতে চাৰি এখন পাৰি বাগৰ দিলে।

"আপুনি শুদা চাৰি খনতে বাগৰ দিলে যে ?"

"দিয়ক—চলিলে হ'ল।"

"মোক কাপোৰ পাৰি দিলে কিয় ?"

"আপুনিযে অতিথি ?" বিপনে হাঁহিলে।

"অ সেয়েহে, বাৰু ধন্যবাদ।"

তাৰিণীও বাগৰ দিলে। লগে লগে প্ৰশ্নকৰিলে—"পিচে কওক

আপুনি কিমান দূৰ আগ বাঢ়িছে।"

"শুনক—মই এই অঞ্চলৰ সকলো কছাৰীৰ মদ এৰুৱাইছোঁ। স্কুল এখন পাতি দিলোঁ ল'ৰা ছোৱালীবোৰৰ কাৰণে। ৰাস্তাটোৰ এটা অংশ ভাল কৰা হ'ল। বাকী অংশটো ভাল কৰিবৰ আশা আছে বাৰিষা পৰাৰ আগতে। এই হ'ল মোৰ কাম—মোৰ নিজা কছাৰী সমাজৰ কাৰণে। এই খেতি কৰিছোঁ মেচিন চলাইছোঁ—দেশৰ কাৰণে। কওক ইয়াতকৈ আৰু বেচি কিমান কৰিব লাগে?"

"ঠিক আছে। আপোনাৰ ইয়ালৈ মানুহৰ সমাগম কেনে?"

"খুব বেচি।"

"তেনেহলে এই মেচিন আদিবোৰ দেখিলে!"

"একো নহয় শৰ্মা। আমাৰ কছাৰীবোৰতো আৰু আপোনালোকৰ দেহান * নহয়। ইহঁত সৰল—চিধা। যিটো নকওঁ বুলিছে নকয়ে। জান গলেও নকয়। আপোনালোকৰ দেহানবোৰহে সুবিধাবাদী। যিফালে স্বাৰ্থ দেখে সেইফালেই ঘূৰে। সেইকাৰণেই তেওঁলোক মাৰাত্মক। বিশ্বাস কৰিব নোৱাৰি। পিচে আমাৰ প্ৰচাৰ পত্ৰিকাবোৰে অসমৰ ইমূৰ সিমূৰ পাইছেতো?"

"নাপাব কিয়? ইংৰাজক খেদাৰ সময় এইটোৱেই। বিশেষকৈ খেতিয়ক সকলৰ মাজতো আমাৰ কাম কৰিব লগা হৈছে।"

"আমাৰ অঞ্চলত সকলো ঠিক হৈছে।——"

বিপণে আৰু কিবা কব খুজিছিল কিন্তু কথাষাৰ শেষ কৰিব নৌপাওঁতেই চম্পাই তেওঁৰ ঘৰৰ দুৱাৰ মুখলৈ ওলাই "আপুনি অলপ আহি

---

* দেহান—কামৰূপৰ অঞ্চলত কছাৰীয়ে অকছাৰীক দিয়া সমূহীয়া নাম!

যাওক চোন” বুলি আৰু ভিতৰ সোমাল। বিপনেও “আহোঁ ৰব।” বুলি ঘৰলৈ গ’ল। তেওঁ ওলাই অহাত অলপ দেৰী হ’ল। ওলাই আহি কিবা কৰৰ আশাৰে মাতিলে “বুজিছে শৰ্মাজী?”

শৰ্মাজীৰ কিন্তু মাত নাই। ওচৰ চাপি দেখিলে তেওঁৰ টোপনি আহিছে। “অঃ ওৰেদিন চাইকেল মাৰি মাৰি বেচেৰাৰ ভাগৰ লাগি টোপনি আহিছে।” নিজকে নিজে কৈ কৈ আগৰ দৰেই ওদা চাৰি-খনতে বাগৰ দিলে।

“অ’ ডেকা, ভাত হ’ল?”

“নাইহোৱা ৰব।” পাক ঘৰৰ পৰাই নীৰেনে মাত দি.ল।

“শৰ্মাৰ টোপনিযেই আহিল।”

“আহক ৰব।”

পিচদিনা ৰাতিপুৱা টোপনিৰ পৰা উঠি তিনিও ৰাস্তালৈকে গৈ ঘূৰি আহিল। তাৰ পিচত চাহ জলপান শেষ কৰি প্ৰেচ ঘৰটোত সোমাই নীৰে.ন কম্পোজ কৰিবলৈ লাগি গ’ল। চম্পাই ফৰ্মা এটা ইম্পোজ কৰি লৈ মেচিনত তুলিলে। বিপনে ধৰিলে খৰি ফালিবলৈ। তাৰিণী.য় ইফালে সিফালে ঘূৰি ফুৰি এবাৰ ইটো পিটিকি এবাৰ সিটো পিটিকি চাবলৈ ধৰিলে।

“আপুনি কি চাই ফুৰিছে?” চম্পাই প্ৰশ্ন কৰিলে।

“চোৱাই নাই ৰব ভাবিছোঁও।”

“কিনো ভাহিছে?”

“ভাবিছোঁ আমাৰ গাওঁৰ আশ্ৰমতো এটা মেচিন আৰু তাৰ সামগ্ৰী থিনি যোগাৰ কাৰ লব পাবিলে!”

"নলয় কিয় ?"

"নব ?—মেচিনত শব্দ উঠাৰ আগতেই শব্দ শুনিব পাব পুলিচৰ শ্ৰোতাৰ। সেই দেশদ্ৰোহী সকলৰ আগত কিবা কৰিব পাৰিব ? এপাল ধনৰ বাবে নিজৰ দেশ মাতৃকাক শৃংখলিত কৰি ৰাখিছে এই নৰ-পিশাচবোৰে—সিহঁতৰ কাৰণে কিবা কৰিব পাৰিব আপুনি ?"

"সিহঁতকেইতো বুজাব লাগিব আপোনালোকে।"

"নহয় বৌটি সিহঁতক বুজালেই নহয় বুজাবৰ সময়ো নাই। মাতৃভূমি উদ্ধাৰৰ কাৰণে আমাৰ সক্ৰিয় তুমুল বিদ্ৰোহ সৃষ্টি কৰাবেই আৱশ্যক হৈ পৰিছে।"

এনেতে চম্পাই মেচিনৰ তোলা ফৰ্মাটোৰ প্ৰুফ এটা আনি চাবলৈ দিলে। কবিতা এটাৰ অংশ এটা দুটা পৃষ্ঠাত ছপা হৈছে। তাৰিণীয়ে ডাঙৰকৈ পঢ়ি যাব ধৰিলে—

সত্য আজি প্ৰকাশ পাওক
সত্য আজি প্ৰকাশ পাওক
মিথ্যাবাদৰ চল চাতুৰি
আজিৰ দিনত বিলোপ হওক
কুট-নীতি-বিদ ধ্বংস হওক
সত্য আজি প্ৰকাশ পাওক
সত্য আজি প্ৰকাশ পাওক।

......... ......... .........

য'ত আছে আইনৰ নামৰ বেআইনী,
য'ত আছে নীতিৰ নামৰ ভণ্ডামি,

য'ত মৃদু হাঁহিৰ ৰূপেই চলনা,
য'ত ভণ্ড ঠগামিয়েই কৰুণা,
আজিতাত—
সকলো মুখাই সুলকি যাওক
সকলো ৰূপেই প্ৰকাশ পাওক
সত্য আজি প্ৰকাশ পাওক
সত্য আজি প্ৰকাশ পাওক !!
য'ত চলে বলী শ্ৰেণীৰ দুৰ্ঘোৰ অত্যাচাৰ,
য'ত মাধো উৎপীড়িতৰ আৰ্ত হাহাকাৰ,
দৰ্পী'য়ে য'ত বলহীনক টেটুত গচকামাৰি,
ৰাখিছে জোৰে ইচ্ছ অধীন কৰি,
য'ত চলে শাসনৰ নামত মহা উতপীড়ন,
য'ত চলে মানৱৰ প্ৰতি দুৰ্ঘোৰ অপমান,
আজি সেই অপমানে ৰণৰ অস্ত্ৰ হওক,
সত্য আজি প্ৰকাশ পাওক
সত্য আজি প্ৰকাশ পাওক !!

হিংসা ফণীধৰৰ খোঁট,
সহস্ৰ দন্তে পৰিছে য'ত,
হিংসা-বিষে মানৱ সমাজ কৰিছে য'ত কলা,
উচ্চাৰি হিংসাৰ মন্ত্ৰ ক্ষত হওক জৰা
অহিংসাৰ পূত মন্ত্ৰ আজিৰ দিনত কাৰত থাওক
হিংসাৰ আজি ৰণাঙ্গত হিংসাই অস্ত্ৰ হওক

সত্য আজি প্ৰকাশ পাওক
সত্য আজি প্ৰকাশ পাওক ! !

........ ........ ........

"আৰু ?"

"আৰু কি ?"

"বাকী ক'ত ? আছেনে নাই ?"

"জৰুৰ।"

"চাওঁ ব'উটি দিয়কচোন।"

"আপোনাক পঢ়িব দিয়া নাই প্ৰুফটোহে চাই দিয়ক।"

"ঠিক আছে কেৱল আইনৰ অ' টো ভগা আছে। সেইটো বদলাই দিয়ক।"

"পিচে কবিতাটো কাৰ ?"

এইবাৰ চম্পাই মাত নিদিয়াতেই বাহিৰৰ পৰা বিপনে প্ৰশ্ন কৰিলে —"আপুনিনো কাৰ লিখা যেন পায় ?"

কাগজখন হাতত লৈয়ে তাৰিণী ওলাই আহিল—"ই নিশ্চয় আনোৱাৰ ককাইটিৰ লিখা।"

খৰি এডালত কুঠাৰেৰে ঘাও এটা মাৰি বিপনে হাঁহি মুখে কৈ উঠিল —"আনোৱাৰৰ লিখাত মাৰ্কা মৰা আছেনেকি ?"

"নিশ্চয়। আনোৱাৰ ককাইটিৰ কলমৰ পৰা ওলোৱা প্ৰতিটো আখৰেই একোকুৰা জুই।"

বিপনে তেওঁৰ চকুৰ ফালে চালে।—'আনোৱাৰ—বিপ্লৱী আনোৱাৰ!" তেওঁ আকৌ জোৰে কাঠত ঘাও সোধালে।



